## কেইখনমান বাচকবনীয়া কিতাপ—

**শ্ৰীদীন নাথ শৰ্ম্মাৰ—**

| | | |
|---|---|---|
| উষা ( উপন্যাস ) | .... .... | ২॥০ |
| সংগ্ৰাম ( „ ) | ... .... | ৪৲ |
| হেমচন্দ্ৰ বৰুৱা ( জীৱনী ) | ... | ॥৶০ |

**শ্ৰীপ্ৰশান্ত কুমাৰ বৰুৱাৰ—**

| | | |
|---|---|---|
| মোপাচাঁৰ গল্প | ... ... ... | ১॥০ |

**ডাঃ হেম বৰুৱাৰ—**

| | | |
|---|---|---|
| মোৰ ঘৰখন ( গল্প ) | .... .... | ২॥০ |

**শ্ৰীখগেন্দ্ৰ নাথ শাস্ত্ৰী কাব্যতীৰ্থৰ—**

An Anglo-Sanskrit Word Book— As. -/14/-

শোণিতপুৰ সাহিত্য প্ৰকাশ।
তেজপুৰ ( অসম )।

# ভোগজৰা



প্ৰকাশক—
শ্ৰীযুতিপ্ৰভা কটকী।
শোণিতপুৰ সাহিত্য প্ৰকাশ।
তেজপুৰ (অসম)।

বেটুপাতৰ ছবি আঁকিছে—
শ্ৰীবিষ্ণু প্ৰসাদ ৰাভা।
তেজপুৰ (অসম)।

ছাপা কৰিছে—
সুৰেন প্ৰেছ।
নগাওঁ (অসম)।

বেচ দুটকা মাথোন।

# —ভোগজৰা—

(বুৰঞ্জীমূলক নাটক)

শ্ৰীফণী শৰ্ম্মা।

## চৰিত্ৰ—

### পুৰুষ—

সৰ্গদেউ লক্ষ্মীসিংহ, তিপমীয়া গোহাই, কলিতা ফুকন,
কাম বৰুৱা, চাউদাঙ বৰুৱা, কাতিৰাম, বেতবৰীয়া,
তামুলী লিগিৰা, চিনাতলীয়া চমুৱা, বুঢ়া লিগিৰা,
পুৰোহিত, কাঁড়ী, পাইক, চাউদাঙ,
গায়ন, বায়ন, ঢুলীয়া, খুলীয়া,
ৰাইজ ইত্যাদি ।

### তিৰোতা—

পৰ্ব্বতীয়া কুঁৱৰী, ৰূপহী লিগিৰী, ৰূপা পাগলী,
লংকলা, সহিতা, এজনী বুঢ়ী,
আৰু আয়তীসকল ।

---

## প্ৰকাশকৰ কথা ।

ডক্টৰ শ্ৰীসূৰ্য্যকুমাৰ ভূঞাদেৱৰ "কোঁৱৰ বিদ্ৰোহ"ৰ এটি ঘটনা লৈ অসমৰ সুপৰিচিত কথা-ছবি শিল্পী আৰু মঞ্চ-অভিনেতা শ্ৰীফণী শৰ্ম্মাই "ভোগজৰা" নামেৰে নাটিকা এখনি লিখি ১৯৫৪ চনতে আকাশ-বাণীৰ পৰা এটি পুৰস্কাৰ লাভ কৰে ।

সেই নাটিকাখনিত কেইবাটিও নতুন দৃশ্যৰ সমাবেশ কৰাত তেজপুৰৰ শিল্পীসকলৰ উদ্যোগত যোৱা বছৰ দুবাৰো নাটকখনৰ অভিনয় কৰা হয় আৰু ৰাইজৰ পৰা ভাল সমাদৰ পায় ।

এতিয়া আমি ইয়াক ছাপা কৰি উলিয়াই ৰাইজৰ হাতত দিলোঁ আৰু সকলোৰে পৰা আদৰ পাব বুলি আশা কৰিলোঁ ।

নাটকখন ছাপা কৰি উলিওৱাত সহায় কৰাত নগাঁৱৰ ডাঃ গনেশচন্দ্ৰ বৰা আৰু শ্ৰীনবীনচন্দ্ৰ ফুকন আৰু হাতে লিখা অৱস্থাত নাটকখনৰ অভিনয় কৰাৰ কাৰণে তেজপুৰৰ শিল্পীসকলৰ ওচৰত আমাৰ কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ ।

ইতি—

বিনীত —

তেজপুৰ
৭ জুলাই, ১৯৫৭

শ্ৰীযুতিপ্ৰভা কটকী ।
শোণিতপুৰ সাহিত্য প্ৰকাশ ।
তেজপুৰ ( অসম )

## প্ৰথম অঙ্ক।

প্ৰথম দৰ্শন— তিপমীয়া গোহাই, কাতিৰাম, বেতবৰীয়া, গায়ন, বায়ন, ৰাইজ সকল, ভাৱৰীয়া সকল, ৰূপহী, চিনাতলীয়া, কলিতা ফুকন আৰু ৰূপা।

দ্বিতীয় দৰ্শন— চিনাতলীয়া, সহিতা, তামুলী লিগিৰা, বেতবৰীয়া, কলিতা ফুকন, কামবৰুৱা আৰু কাতিৰাম।

## দ্বিতীয় অঙ্ক।

প্ৰথম দৰ্শন— বুঢ়া লিগিৰা, লংকলী, লক্ষ্মীসিংহ, কলিতা ফুকন, কামবৰুৱা, তামুলী লিগিৰা, চিনাতলীয়া, চাউডাঙ বৰুৱা, পৰ্ব্বতীয়া কুঁৱৰী।

দ্বিতীয় দৰ্শন— তিপমীয়া গোহাই, পুৰোহিত, কাতিৰাম, বেতবৰীয়া, ৰূপহী, ঢুলীয়া, আয়তী সকল, এজনী বুঢ়ী, তিপমীয়াৰ দলৰ মানুহ বিলাক, ৰূপা, চাউডাঙ বৰুৱা, কাঁড়ী-পাইক, লক্ষ্মীসিংহ, কলিতা ফুকন।

## তৃতীয় অঙ্ক।

প্ৰথম দৰ্শন— তিপমীয়া গোহাঁই, ৰূপা, কলিতা ফুকন, লক্ষ্মীসিংহ, পৰ্ব্বতীয়া কুঁৱৰী, লংকলী, সহিতা, চাউডাঙ দুজন।

---

# ভোগজৰা।



## প্ৰথম অঙ্ক।

### প্ৰথম দৰ্শন।

[ তিপমীয়া গোহাঁইৰ ভিতৰ চোতাল। সময় ৰাতি। গোটেই চোতালখনতে এখন ডাঙৰ চন্দ্ৰতাপ তৰি থোৱা আছে। এখন ওখ বৰপীৰাৰ ওপৰত চাতোনৰ দলিছা পৰা আছে। কাষত এখন খৰ-শৰাইত ঠুৰিওৱা তামোল আছে। বৰ পীৰাত তিপমীয়া গোহাঁই বহি থাকে। তেখেতৰ সোঁকাষে এখন ওখ আসনৰ ওপৰত ডাঙৰ কলৰ দুহাত মান ওখ গুৰি এডাল ঠিয় কৰি থোৱা আছে। চোতালৰ একাষে গায়ন-বায়ন ঠিয় হৈ খোল-তালেৰে যুঁজৰ চেও মাৰিছে। চোতালত কৰ্ণ আৰু অৰ্জ্জুনৰ তয়াময়া ৰণৰ অখৰা হৈ থাকে। চোতালৰ দুয়ো কাষে চৰা-দলিচাত বয়স অনুপাতে তিপমীয়াৰ খেলৰ আৰু দলৰ মানুহ বহি থাকে। গায়নে গীত লগাই দিয়ে আৰু বাকী বিলাকে গাই যায়। খোলত যুঁজৰ চেও বাজি থাকে আৰু কৰ্ণ ও অৰ্জ্জুনৰ ৰণ চলি থাকে। ]

গীত— শৰবেথ দেখি কৰ্ণে দুগুণে জ্বলিলা ।
অৰ্জ্জুনক প্ৰতি শৰ প্ৰহাৰিবে লৈলা ॥
এতহন্তে ধনঞ্জয় মহাগণিয়াৰ ।
কৰ্ণৰ শৰীৰে শৰ হানিলা অপাৰ ॥
মৰ্ম্মৰ স্থানে পীড়া পায় সূৰ্য্যৰ তনয় ।
মহা ভয় পায় তাৰ শৰীৰ কাম্পয় ॥
ভৃগুপতি ৰামে শাপ দি আছে পূৰ্ব্বত ।
পাসৰিব শৰ সমৰৰ সময়ত ॥
অৰ্জ্জুনেও ব্ৰজকুট শৰ তুলি লৈলা ।
প্ৰচণ্ড প্ৰহাৰে কৰ্ণৰ গলক ছেদিলা ॥

[ খোল-তালৰ চেও খৰকৈ বাজিবলৈ ধৰে । অৰ্জুনে (বেত-ৰবীয়া) টুণৰ পৰা এপাত কাঁড় উলিয়াই আসনৰ ওপৰত থোৱা কলৰ গুৰি ডোখৰ সিঁ পেলাই । কলৰ গুৰি ডোখৰ চোতালত লুটি খাই পৰি যায় । ৰাইজে গিৰ্জনি মাৰি উঠে । খেনোৱে কিৰিলি পাৰি হাত চাপৰি মাৰে । ]

তিপমীয়া— [ ৰাইজৰ ফাললৈ চাই ] এই খিনিতেই ····ঠিক বেতবৰীয়াই বিহ কাঁড় মৰাৰ লগে লগেই আমাৰ প্ৰধান কাম হব ভাওনা থলিত থকা সকলোবিলাক আৱিয়া চাকি নুমাই পেলোৱা । এবেচ মানুহে চকুৰ পচাৰতে এই কাম সমাধা কৰিব লাগিব । আৰু এবেচ মানুহে সেই আন্ধাৰৰ মাজত ভাওনা থলীত হুলস্থুল লগাই তৎক্ষণাৎ বেতবৰীয়াক পলাই



যাবলৈ সুচল কৰি দিব লাগিব ।

ৰাইজ— হয়, হয় ।

কাতিৰাম— কোনে কোন খিনি কাম কৰিব লাগিব, কোৱঁৰে এতিয়াই বিধে বিধে আমাৰ মাজত সেই খিনি ভগাই দিলেহে যুগুত হব যেন পাওঁ ।

ৰাইজ— হয়, হয় ।

তিপমীয়া— শুনক । সেই বিষয়ে মই, কাতিৰাম আৰু বেত-বৰীয়াই আজিয়েই এটা ঠিৰাং কৰিম । কাইলৈ আকৌ সাঁজ ভঙাৰ লগে লগেই আমাৰ অখৰা আৰম্ভ হব । যাতে খুড়াদেউ কৰ্ণ আৰু অৰ্জ্জুনৰ যুঁজলৈকে ভাওনাত থাকে তাৰ কাৰণে অৱশ্যে আমি ভাওনাখন চকুত লগা কৰিব লাগিব । নহলে আমাৰ সকলো আয়োজন অথলে যাৰ ।

কাতিৰাম— যদি কলিয়া বাঘ সেইদিনা ভাওনালৈ কিবা প্ৰকাৰে নাহে তেনেহলেও আমাৰ সকলো আয়োজন অথলে যাব কোৱঁৰ !

তিপমীয়া— [হাঁহি] যাতে আহে তাৰ দিহা মই কৰিছো, কাতিৰাম । আজি পুৱাই মই খুড়াদেউক লগ ধৰিবলৈ কাৰেঙলৈ গৈছিলো । শৰাধৰ দিনা মোৰ টোলত কৰ্ণবধ ভাওনা হব বুলি শুনি তেখেতে বৰ ভাল পাইছে । মই কোৱাত তেখেতেও ভাওনা চাবলৈ আহিম বুলি কথা দিছে ।

কাতিৰাম — [হাঁহি] কৰ্ণবধ নহৈ যে সেইদিনা কলিয়া বাঘ বধ হব সেই ভাগি তেৰাই ভাবিবই পৰা নাই।
[সকলোয়ে গিৰ্জ্জনি মাৰি হাঁহে]

তিপমীয়া— অ' আৰু এটা কথা। ভট্টাচাৰ্য্য গোসায়ে আমালৈ আজি নিৰ্ম্মালি পঠিয়াই দিছে। মোৰ লগৰ সকলো মানুহকে তেখেতে তেখেতৰ আশীৰ্ব্বাদ জনাইছে। আৰু চাইচিতি মোলৈ বাতৰি পঠিয়াইছে যে বৰ্ত্তমান বোলে মোৰ বৰ ভাল দিন পৰিছে ......... [হাঁহি] ৰাজযোগ।

কাতিৰাম— [ভট্টাচাৰ্য্যৰ উদ্দেশ্যে প্ৰণাম কৰি] তেৰা গোসাইৰ বাইক কেতিয়াও অথলে যাব নোৱাৰে।

তিপমীয়া—কেঁচাইখাইতী গোসানীৰ থানত থাপনা চুই আমি যি শপত খাইছিলো সেই শপতৰ কথা আপোনালোকে সদায় মনত ৰাখিব। আমাৰ আলোচনাৰ বিষয়ে ঘূণাক্ষৰেও যেন কেৱে গম নাপায়।

কাতিৰাম— সেই বিষয়ে আপুনি চিন্তা নকৰিব, কোৱঁৰ! আমাৰ যোত্ৰৰ কেৱে কাহানিবা যদি বিশ্বাস ঘাটক কৰে আমি তাক কেঁচাইখাইতী গোসানীৰ থানত বলি দিম।

ৰাইজ— হয়, হয়।

তিপমীয়া— কাইলৈ মই থানত এভাগ পূজাৰ আয়োজন কৰিছোঁ। পুৱাই আপোনালোকে সকলোৱে গাধুই থানলৈ ওলাব। আজি কাৰেঙলৈ যাওঁতে গোপনে জানিবলৈ পাইছো ৰূপহী লিগিৰীৰ গা বোলে যোৱা ৰাতি জঁকিছে।



কাতিৰাম— তেনেহলে কাইলৈ বোধহয় আমাৰ খোৱা-বোৱা থানতেই হব।

তিপমীয়া— [হাঁহি] খোৱাৰ কাৰণে ভাবিব নালাগে। তাৰ দিহা মই থানতেই কৰিছোঁ। এতিয়া আপোনালোকে যাওক। ৰাতি বহুতো হল। বেতবৰীয়া আৰু কাতিৰাম ক্ষন্তেক পলমে যাব।
(বেতবৰীয়া আৰু কাতিৰামৰ বাহিৰে সকলো তিপমীয়াক সেৱা কৰি ওলাই যায়)

তিপমীয়া— [বেতবৰীয়াৰ ফালে চাই] বেতবৰীয়া!

বেতবৰীয়া— সৰ্গদেউ।

তিপমীয়া— [হাঁহি] কাতিৰাম, বেতবৰীয়াই দেখোন মই ৰজা নৌহওতেই মোক ৰাজপাটত বহুৱালেই।

কাতিৰাম— বেতবৰীয়াই হক মাতকেই মাতিছে কোঁৱৰ! কেইদিনমানৰ পাচতেই যেতিয়া আপোনাক সৰ্গদেউ বুলি মাতিবই লাগিব জিভাৰ পিচল নাখাবলৈ এতিয়াৰ পৰাই সেই মাতবেই মতা ভাল।

তিপমীয়া— [হাঁহি] মই ৰাজপাটত বহি বেতবৰীয়াক যেতিয়া বৰফুকনৰ ৰাব দিম বুলি গাত লৈছোঁ তেন্তে বেতবৰীয়াকো এতিয়াৰ পৰাই বৰফুকন বুলি মতাহে

যুগুত হব, নহয় জানো? (হাঁহি) কি কোৱা বেতবৰীয়া।

(বেতবৰীয়াই হাত মোহাৰি আনন্দত খিলখিলাই হাঁহে)

আৰু কাতিৰামকো যেতিয়া মই ৰজা হলে বৰ-গোহাঁইৰ বাব দিম বুলি কথা দি থৈছো তেতিয়া আজিৰ পৰা কাতিৰামকো মই বৰগোহাঁই বুলি য়েই মাতিম।

(কাতিৰাম আনন্দিত হৈ পৰে আৰু আঠুলৈ তিপ-মীয়াক সেৱা কৰে। বেতবৰীয়াইও বেগাবেগিকৈ আঠুলৈ তিপমীয়াক সেৱা কৰে)

বাৰু যাওক ......যাওক সিবিলাক কথা। যি কাৰণে মই তোমালোক দুয়োকো ক্ষন্তেক পলম কৰি যাবলৈ ৰাখিছো সেই বিষয়ে এতিয়া আমি আলচ কৰিম। শৰীৰটোও আজি বৰ অৱশ অৱশ লাগিছে। গৰমতো অলপ বেচি বেন লাগিছে, নহয়নে কাতিৰাম?

কাতিৰাম— এৰা, যোৱা কালিৰ পৰা শাওনত সোমাল।

তিপমীয়া— এৰা শাওনত সোমাল। গোটেই শাওন মাহ -তোৱেই মোৰ অতি উত্তম সময় বুলি ভট্টাচাৰ্য্য গোসায়ে কৈ পঠিয়াইছে। অ' কি কৈছিলো? (অলপৰৈ ভাবি) অ' মই বৰ ভাগৰুৱা যেন পাইছো।



ইয়াক গুছাবলৈ পন্থা হল ........ফটিকা... (হাঁহি) কি কোৱা বেতবৰীয়া?

(কাতিৰাম আৰু বেতবৰীয়া দুয়ো হাতজোৰ কৰি হাঁহে।)

কাতিৰাম— সৰ্গদেৱে উত্তম বুলিছে।

তিপমীয়া—(ভিতৰৰ ফালে চাই অলপ টানকৈ) চিনাতলীয়া!

(চিনাতলীয়া চমুৱা বেগাবেগিকৈ আহি হাত জোৰ কৰি তিপমীয়াৰ আগত ঠিয় হয়।)

আজি কিহৰ মঙহ আছে?

চিনাতলীয়া—হাঁহৰ।

তিপমীয়া—চাঙমাই শালত কৰিগৈ, কাতিৰাম আৰু বেত-বৰীয়াইও খাব।

(কাতিৰাম আৰু বেতবৰীয়াৰ মুখ আনন্দত মেল খায়)

চিনাতলীয়া — ভাল। (যাব খোজে)

তিপমীয়া—আৰু শুন, তিনি বাটি ফটিকা।

(চিনাতলীয়াই হাত জোৰ কৰি যায়গৈ।)

বেতবৰীয়া!

বেতবৰীয়া— সৰ্গদেউ।

তিপমীয়া— কৰ্ণক বধ কৰিব পাৰিবাতো।

বেতবৰীয়া— আপোনাৰ আদেশত মই জুইত জাপ দিবলৈকো পিচনোহোঁহকো।

তিপমীয়া— যদি হাত কঁপে?

বেতবৰীয়া— কেতিয়াও নকঁপে ।

তিপমীয়া=( হাঁহি ) মনত ৰাখিবা বেতবৰীয়া, আচল ভাওনা নিশা আসনৰ ওপৰত মনুহা কলৰ গুৰি নাথাকিব ........ আসনৰ ওপৰত বহি থাকিব অসমৰ স্বৰ্গদেউ লক্ষীনাথ সিংহ । কাষত থাকিব বাচকবনীয়া কাঁড় পাইকৰ দল । কামত হাত দিয়াৰ আগতে ভালকৈ ভাবি চোৱা বেতবৰীয়া ।

বেতবৰীয়া—[ ক্ষন্তেক তলমুকৈ তলৰা মাৰি থাকি] ভাবি চাইছোঁ স্বৰ্গদেউ ।

তিপমীয়া— তোমাৰ কাঁড়ে যেনেকৈ সৌ কলৰগুৰি সিঁ পেলাইছে তেনেকৈয়ে গাৰখীয়াই তৎ ধৰাৰ আগতে যদি খুড়াদেউ লক্ষ্মীসিংহৰ কলিয়া দেহা বিহ কাঁড়েৰে সিঁ পেলাব নোৱাৰা তেনেহলে আমাৰ যোত্ৰৰ সকলোৰেই নচচা বাঁহত উঠিবলৈ সাজু হব লাগিব ।

বেতবৰীয়া—সেইখিনি মই বুজিছোঁ স্বৰ্গদেউ ।

তিপমীয়া—(অলপ ৰৈ) অকল ইয়াৰ ওপৰতেই মই আশা কৰি থকা নাই । এই কাম আন এটি সহজ উপায়েৰেও সমাধা কৰিবলৈ চেষ্টা কৰিছোঁ । হয়তো বেতবৰীয়াৰ এই বিহ কাড়ৰ কোনো আৱশ্যকেই নাথাকিব, তাৰ আগতেই বিহ পান কৰি—

[এনেতে এখন বহল খুৰা লগোৱা ৰূপৰ থালৰ ওপৰত চিনাতলীয়াই সৰু সৰু ধুনীয়া বান ৰাটিত তিনিবাটি ফটিকা লৈ আহি তিপমীয়াৰ কাষত আঠু লৈ বহেহি । তিপমীয়াই থালৰ পৰা এবাটি ফটিকা তুলি লৈ কাতিৰাম আৰু বেতবৰীয়াৰ ফালে চাই ]



কাতিৰাম, ............ বেতবৰীয়া ।

[ কাতিৰাম বহাৰ পৰা উঠি আহি তিপমীয়াৰ কাষত আঠু লৈ দুয়ো হাতৰ তলুৱা মুৰৰ চুলিত মচি ফটিকাৰ বাটিটো তিপমীয়াৰ হাতৰ পৰা লৈ আগৰ ঠাইত বহেগৈ । বেতবৰীয়াইও কাতিৰামৰ দৰেই ফটিকাৰ বাটি তিপমীয়াৰ হাতত পৰা লৈ আগৰ ঠাইত বহে । ]

চিনাতলীয়া— কাৰেঙৰ লিগিৰী ৰূপহী আহিছে । কোৱঁৰ দেউতাৰ লগত বোলে কিবা সকাম আছে ।

তিপমীয়া—অ' ৰূপহী আহিছে ? কাতিৰাম, তোমালোক দুয়ো মাৰল ঘৰতে বহাগৈ । [ চিনাতলীয়ালৈ চাই] এওঁলোক দুয়োকো মাৰল ঘৰলৈ লৈ যা আৰু ৰূপহীক ইয়ালৈ পঠিয়াই দেগৈ ।

[ কাতিৰাম আৰু বেতবৰীয়াই, বাটিৰ ফটিকা খিনি শেষ কৰি চিনাতলীয়াৰ লগত যায়গৈ । তিপমীয়া বহাৰ পৰা উঠি চোতালত ঘূৰি ফুৰে । অলপ পিচতে ৰূপহী লিগিৰী সোমাই আহে । ৰূপহীৰ

হাতত এটা সৰু কাপোৰৰ টোপোলা । ]
ৰূপহী !

ৰূপহী— কোঁৱৰ দেউতা ।

তিপমীয়া— সেইটো কিহৰ টোপোলা, ৰূপহী ?

ৰূপহী— পৰ্ব্বতীয়া আইকুঁৱৰীদেৱে লাড়ু কৰিছিল । তাৰে কেইটামান দি পঠিয়াইছে । গামোচা এজোৰো আছে ।

তিপমীয়া— কুঁৱৰীক কবিগৈ, মই তেওঁৰ চেনেহৰ কথা নাপাহৰো ।

ৰূপহী— কালি ৰাতিয়েই দিবলৈ আইকুঁৱৰীদেৱে মোক পাচিছিল । পিচে মইহে আহিব নোৱাৰিলো ।

তিপমীয়া— এৰা, আজি ৰাতিপুৱাই কাৰেঙত মই শুনিলো, যোৱা ৰাতিৰ পৰাই তোৰ গা বোলে আকৌ জ'কিছে ।

ৰূপহী— হয় ।

তিপমীয়া— কথাষাৰ শুনিয়েই মই থানলৈ গলো । তাত কাইলৈ এভাগ পূজা আগ কৰি আহিছোঁ । তই কাইলৈ পুৱাই থানলৈ যাবি । নতুন কিবা আদেশ গোসানীয়ে তোৰ মুখেদি কিজানি দিয়েই । [ক্ষন্তেক ৰৈ] ৰূপহী !

ৰূপহী— কোঁৱৰ দেউতা ।

তিপমীয়া— ভোগজৰাত আজিও চূণৰ আঁক দিছতো ?

ৰূপহী— হয়, দিছোঁ কোঁৱৰ দেউতা ।

তিপমীয়া— আজিলৈকে এঘাৰ দিন হল । গোটেই কৃষ্ণ



পক্ষতোৱেই দিব লাগিব । আৰু তিনদিন মাত্ৰ বাকী । বাৰু ৰূপহী !

ৰূপহী— কোঁৱৰ দেউতা ।

তিপমীয়া— তোৰ গা জ'কিলে সমাজিকত তই ৰাজভৱনৰ কথা একো নেদেখনে ?

ৰূপহী— দেখোঁ ।

তিপমীয়া— দেখ ? কেতিয়া কি দেখিছিলি, ৰূপহী ?

ৰূপহী— যোৱা নিশা সমাজিকত দেখিলো ..................
[ হঠাৎ চক্ খাই ভিতৰৰ ফালে চাই ] সৌৱা কোন ? ছাঁৰ দৰে তাত ঠিয় হৈ আছে ।

তিপমীয়া— [ চক্ খাই ] ক'ত ?............ কোন ?

ৰূপহী— সৌৱা ...... আঁতৰি গৈছে ।

তিপমীয়া— তাকেতো । কোন........ কোন তাত ? চিনা-তলীয়া ! চিনাতলীয়া !!

[ কলিতাফুকন সোমাই আহে । ৰূপহী ওলাই যায় । ]

কলিতা— চিনাতলীয়াক মাতিব আৱশ্যক নাই কোঁৱৰ । মইহে ।

তিপমীয়া— ইকি কলিতাফুকন ? ........ আপুনি ? মই জানিব পাৰোনে কলিতাফুকন কাৰ অনুমতি লৈ এই গভীৰ নিশা গোপনে মোৰ টোলত প্ৰবেশ কৰিছেহি ?

কলিতা— ৰূপহী লিগিৰীৰ পাচলৈ এইখিনি ওলালোহি কোঁৱৰ ।

তিপমীয়া— [ বিদ্রুপৰে ] অ' ৰূপহী লিগিৰীৰ পাচলৈ । ৰূপহীৰ ৰূপে কি কলিতাফুকনৰ চকুত এনেদৰে চাত মাৰি ধৰিছে যাৰ কাৰণে তেখেতে কাণ্ডজ্ঞান হেৰুৱাই মানুহৰ ঘৰ ভিতৰ সোমাব নোৱাৰিলে ?

কলিতা— কোঁৱৰ !

তিপমীয়া— মই জানো ....... জানো কলিতাফুকন । খুড়া-দেৱে আপোনাক লাই দি মূৰৰ ওপৰত তুলিছে । সামান্য পাইকানৰ পৰা আজি আপুনি ফুকনৰ বাব পাইছে । কিন্তু মনত ৰাখিব এঙাৰ গাখীৰেৰে ধুলেও সি কেতিয়াও বগা নহয় ।

কলিতা— আপোনাৰ প্ৰশ্নৰ উত্তৰ দিবলৈ সুযোগ দিয়ক কোঁৱৰ ।

তিপমীয়া— বেচ কওক কি কব খোজে ।

কলিতা— বিশেষ প্ৰয়োজনত মই স্বৰ্গদেৱক লগ পাবলৈ কাৰেঙলৈ গৈছিলো । কাৰেঙৰ কাষত এন্ধাৰত ছয়াময়াকৈ দেখিলো এজনী তিৰোতা মানুহ । মুৰে গায়ে কাপোৰেৰে ঢাকি সতৰ্ক দৃষ্টিৰে চাৰিও ফালে চাই খৰকৈ বাটেদি খোজ লৈছে । মোৰ সন্দেহ হল । মই অনুসৰণ কৰিলো । তাই আপোনাৰ টোলত সোমাল । কিবা বেয়া অভিপ্ৰায় আছে বুলি ময়ো তাইৰ পিচে পিচে টোলত সোমালোহি । তাৰ পিচত —



তিপমীয়া— তাৰ পিচত চিনি পালে তিৰোতাজনী কাৰেঙৰ লিগিৰী ৰূপহী বুলি । মোৰ লগত তাই কথা পতা দেখি আপোনাৰ কৌতুহল ওপজিল । গোপনে সৌ গছৰ আঁৰৰ পৰা কি কথা আমি পাতিছোঁ জানিবলৈ চেষ্টা কৰিলে । এয়েতো ? সঁচাক মিছা মিছাক সঁচা কৰি কিছুমান কথা খুড়াদেৱৰ কাণত পেলাই পুৰাতন আহোম বিষয়াসকলৰ অনিষ্ট কৰা-টোৱেই আপোনাৰ ঘাই উদ্দেশ্য ।

কলিতা— মোৰ বিষয়ে আপোনাৰ যি অভিমত তাকেই ভাবক । মই আহিলোঁ । [ যাব খোজে । ]

তিপমীয়া— ৰব । তিপমীয়াৰ টোলৰ পৰা আপোনাৰ ইচ্ছা অনুযায়ী ওলাই যোৱাৰ উপায় আৰু নাই কলিতা ।

কলিতা— আপোনাৰ অভিপ্ৰায় ?

তিপমীয়া— অতি উত্তম । আহোমৰ ডা-ডাঙৰীয়াৰ সমাজলৈ আপুনি যেতিয়া উঠিছে, সেই সমাজৰ ৰীতি-নীতি বিলাকো আপোনাক মই ভালকৈ শিকাই পঠিয়াম বুলি ভাবিছোঁ ।

কলিতা— [হাঁহি] ৰিতি-নীতি ? ....... আপোনালোকৰ সমাজৰ ৰীতি-নীতি ? তাকো শিকিব লাগিব আপোনাৰ পৰা ?

তিপমীয়া— এৰা, মোৰ পৰা। তাত কি কলিতা ফুকনৰ আপত্তি আছে

কলিতা— আছে।

তিপমীয়া— কাৰণ ?

কলিতা— কাৰণ মই আপোনাক ঘিণ কৰোঁ।

তিপমীয়া— [চিঞৰি] কলিতা।

[নেপথ্যত ৰূপা পাগলীয়ে চিঞৰে—"আহ ঐ... আহ...... আহ...... আহ...... ।]

তিপমীয়া— (চক খাই) আকৌ...আকৌ মোৰ টোলৰ সমুখত সেই বিকত চিঞৰ।

কলিতা— (হাঁহি) কি হল কোঁৱৰ ? চক খাই উঠিল যে। সেইজনী ৰূপা পাগলী। আহ আহ বুলি মৰা পুতেকক তাই মাতিছে।

তিপমীয়া— ৰূপা .... ৰূপা ... । তাইৰ নাম ৰূপা ?

কলিতা— এৰা ৰূপা। (হাঁহি) কোঁৱৰে দেখোন তাইক চিনি পায়।

তিপমীয়া— [চক খাই] চিনি পাওঁ ? ...... চিনি পাওঁ ? .... নাই নাই মই তাইক নিচিনো ....মই তাইক নাজানো।

কলিতা—আপুনি তাইক জানে....আপুনি তাইক চিনে। সি আজি মাত্র ছবছৰৰ কথা।

তিপমীয়া— ছবছৰৰ কথা ?



কলিতা— এৰা মাত্র ছবছৰৰ পূৰ্ব্বৰ কথা। সেইদিনা আছিল শুক্লাপঞ্চমী। দিখৌৰ নাৱঁৰ ওপৰত আপুনি আৰু ৰূপা। লগত আপোনাৰ কু-কিৰ্ত্তিৰ সহচৰ আপোনাৰ আদৰৰ চমুৱা চিনাতলীয়া। আপোনাৰ অনুৰোধ এৰাব নোৱাৰি ফটিকা খাই ৰূপা নাৱঁত প্ৰায় অচেতন। সেই সুযোগতে ভৰি হাত বান্ধি ৰূপাক আপোনালোকে পেলাই দিলে বাৰিষাৰ দিখৌ নদীৰ বুকুত। মাত্র পানীৰ ওপৰত এটা শব্দ হল। কোনোৱে নুশুনিলে কোনোৱে নাজানিলে।

তিপমীয়া— কলিতা... কলিতা...

কলিতা— অপৰূপ ৰূপৱতী আছিল ৰূপা। ঈশ্বৰে ভূলত আপোনাৰ নিচিনা নিষ্ঠুৰকো ৰূপ দিছে। সেই ৰূপৰ সহায়ত আপোনাৰ মৌসনা কথাৰে ভুলাই তাইক বিয়া কৰোৱাৰ মিছা প্ৰলোভন দেখুৱাই আপুনি তাইৰ সৰ্ব্বনাশ কৰে। নিজৰ কলঙ্ক ঢাকিবৰ কাৰণে শেহত সেই অভাগিনী সগৰ্ভা ৰূপাক পেলাই দিলে দিখৌৰ বুকুত। আপোনাৰ কঠুৱা হৃদয়ৰ পৰা আনকি এটি হুমুনিয়াহো বেচেৰীৰ কাৰণে নপৰিল।

তিপমীয়া— [প্ৰায় চিঞৰি] মিছা... মিছা...

কলিতা— মিছা ? মিছা ? কাক ভুৱা দিব খুজিছে কোঁৱৰ ইয়াত আপোনালোকৰ কৌটিকলিয়া এলান্ধুৰে আবৰি

থকা সমাজত হয়তো আপোনাৰ ভুৰা চলিব। কিন্তু [ ওপৰলৈ আঙুলিৰে দেখুৱাই ] সৌ তাত ? তাত আপোনাৰ পাপৰ কড়াই ক্ৰান্তিয়ে হিচাব কৰি থোৱা আছে। সেই পাপৰ প্ৰত্যেক পদৰেই পৰি-তাপৰ প্ৰায়শ্চিত্ত এই জনমতে আপুনি কৰিব লাগিব।

তিপমীয়া— [অস্থিৰ ভাবে] আপুনি .... আপুনি যাওঁক। আপুনি যাওক কলিতা।

[তিপমীয়া দুয়ো হাতেৰে মুখ ঢাকি আসনত বহেগৈ]

কলিতা— [বিদ্ৰূপৰ হাঁহি মাৰি] কলৈ যাম কোঁৱৰ ? যাৰ খোজাত আপুনিয়েইতো বাধা দি ৰাখিছে আপোনা-লোকৰ সমাজৰ নীতি জ্ঞান শিকিবলৈ। [গহীনকৈ] নীতিজ্ঞান ....... সেই ৰীতি-নীতি জ্ঞান লোৱাৰ আগতেই ৰূপাৰ বাকী থকা কাহিনী খিনিও শুনক তিপমীয়া কোঁৱৰ। ৰূপা নমৰিল ঃ কপালত তাইৰ দুখ লিখা আছিল, তাই নমৰিল। বাৰিষাৰ বাঢ়নি পানীয়ে তাইক পাৰলৈ ঠেলিলে। এটা দুখীয়া বুঢ়া মাছমৰীয়াই পাই তাইক তাৰ ঘৰলৈ লৈ যায়। নিজৰ সমাজলৈ উভতি যোৱাৰ পথ আৰু তাইৰ নাছিল। কিছু দিনৰ পিচতেই বুঢ়াৰ ঘৰতে তাইৰ এটা সন্তান উপজিল। দুটা বছৰ দুখ কষ্টৰ মাজেদিয়েই পাৰ হৈ যায়। গাৰত হাইজা বেমাৰ লাগিল। বিনা চিকিৎসায় দুখীয়া বুঢ়া মৰিল। কাল বেমাৰে ৰূপাৰ লৰাটোকো নেৰিলে। নিৰাশ্ৰয়া ৰূপাই একোটা দৰৱৰ কাৰণে তাই বেমাৰী লৰাটোক বুকুত সাবতি আপোনাৰ সমাজৰ ডা-ডাঙৰীয়াৰ ঘৰে ঘৰে ফুৰিলে। কিন্তু কোনোৱেও মুখ তুলি নাচালে। এটা ফুলৰ দৰে সৰু শিশু লাহে লাহে মাকৰ কোলাত মৰি গৈছে। কিন্তু কাৰো দয়া নুপজিল। মৰা সন্তান বুকুত লৈ এইবাৰ স্ব-ইচ্ছায় ৰূপাই জাপ দিলে দিখৌৰ বুকুত। কিন্তু এইবাৰো দিখৌয়ে ঠাই নিদিলে লৰাটোক ৰাখি তাইক পেলাই দিলেহি পাৰৰ বালিত! ৰূপাৰ মূৰৰ বিকৃতি ঘটিল। চেতনা পাই দিখৌৰ পানীলৈ হাত বাউলি দি মাতিবলৈ ধৰিলে তাইৰ মৃত সন্তানক 'আহ' 'আহ' বুলি। তাইৰ সেই কাতৰ আহ্বানত দিখৌ পাৰৰ মৈদামৰ পৰা মাত্ৰ প্ৰতিধ্বনি আহিল —

[দূৰৈত ৰূপা পাগলীৰ "আহ ঐ ....আহ....আহ.... আহ...." চিঞৰ শুনা যায়। ]

তিপমীয়া — [আসনৰ পৰা উঠি কলিতাফুকনৰ ওচৰলৈকে আহি উৎকণ্ঠাৰে ] কলিতা.... কলিতা। অতীতৰ এই কথা আপুনি কেনেকৈ জানিলে ? কোন.... কোন আপুনি ?

কলিতা— কোন...কোন মই ? [হাঁহি] বৰগোহাইৰ বিলতীয়া

পাইক মই কেৰকণ কলিতা। আপোনালোকৰ কলুষ কামনাৰে কলুষিত হোৱা সমাজক শুদ্ধ কৰিবলৈ মোৰ শকতিৰে হৈছো আজি মই কলিতাফুকন আৰু....আৰু....

তিপমীয়া— আৰু?

কলিতা— আৰু ...আৰু শুনিব কোঁৱৰ ? ৰূপাৰ মই ককায়েক !

তিপমীয়া— [উচাপ খাই ] ককায়েক ?

কলিতা— ৰূপা ...ৰূপা মোৰ মৰমলীয়া ভণী।

তিপমীয়া— [অস্থিৰ হৈ] কলিতা...কলিতা।

[দূৰৈত ৰূপাৰ চিঞৰ "আহ... ঐ....আহ ...আহ ....আহ...„ শুনা যায়। লগে লগে আঁৰকাপোৰ নামি আহে।

---

## প্ৰথম অঙ্ক।

### দ্বিতীয় দৰ্শন।

[ চিনাতলীয়া চমুৱাৰ আগচোতাল। চোতালত দুখন কাহি আৰু এটা বাটি পৰি আছে। আঁৰ কাপোৰ উঠাৰ লগে লগে ঘৰৰ ভিতৰৰ পৰা এটা লোটা আৰু এটা চৰিয়া চোতালৈলৈ দলি মাৰি দি দুৱাৰ মুখত থিয় হৈ ভিতৰলৈ চাই তৰ্জ্জন-গৰ্জ্জন কৰি চিনাতলীয়া চমুৱাই কয় ]

চিনাতলীয়া— নে নে, লৈ যা তোৰ বাপেৰৰ ঘৰৰ পৰা অনা বস্তু বেহানি। বগা ধনীৰ জীয়েকে বৰ সোপা আনিছে লগত কি চাবা ! বাজ হ, বাজ হ মোৰ ঘৰৰ পৰা।

[ ভিতৰলৈ সোমাই যায় আৰু ভিতৰত কয় ]

নেলাগে, নেলাগে তোৰ দৰে মোক বেইতা তিৰোতা। মন কৰিলে এতিয়াই মই জাকত জিলিকা কেই বুৰি তিৰোতা চপাব পাৰোঁ, তই তাৰ কি লেখ পাবি। অ' ম'হৰ শিঙত তই ককিলা ডাব মাৰিবলৈ আহ।

( ভিতৰত বাকচ ভঙাৰ শব্দ )

এই ডাল ঘূণে খোৱা বৰপেৰা আনিছে

বাপেকৰ ঘৰৰ পৰা। ওলা বুলি কৈছোঁ। নহয়। সজে সজে বাজ হ মোৰ ঘৰৰ পৰা।

(এদাল বাঁহখৰিৰ আগত কেইখনমান ৰিহা মেখেলা আনি চোতাললৈ পেলাই দি চোতালৰ পৰা ভিতৰলৈ চাই চাই চিঞৰি)

তোৰ নিচিনা তিৰোতাই মোৰ আগত টিঘিল-ঘিলাৱ। কত ডা-ডাঙৰীয়াৰ লগত মোৰ হলি গলি। তই মোক চমুৱা বুলি ইতিকিং কৰ।

(সহিতা কান্দি কান্দি ভিতৰৰ পৰা ওলাই আহে।)

সহিতা— যাম, যাম। নেথাকোঁ তোৰ লগত এইখন ঘৰত। ৰবিচোন, ময়ো নেৰিছোঁ নহয়।

(লাখৰ তামুলী লিগিৰামঞ্চৰ একাষে চুচুক-চামাককৈ সোমাই আহে। চিনাতলীয়া আৰু সহিতাই তাক দেখা নাপায়।)

চিনাতলীয়া— কি নোৰ্ৰাৰি অ', কি নেৰিবি? তোৰ নিচিনা কুকুৰধুলি তিৰোতা এজনীয়ে কি কৰিবি?

সহিতা— কি কৰোঁ দেখিবি নহয়। তইঁতৰ সোপাই কথা মই গম পাওঁ।

চিনাতলীয়া— কি গম পাৱ ঐ, কি গম পাৱ?

সহিতা— যি পাওঁ, যত কবগৈ লাগে কমগৈ নহয়।

চিনাতলীয়া— হঞেঁ, কাৰ আগত কবি ঐ?



সহিতা— কলিতাফুকনৰ আগত, লাগিলে সৰ্গদেৱৰ আগতে কমগৈ।

চিনাতলীয়া— তেৰ' কি কৰিবিগৈ?

সহিতা— কি কমগৈ আৰু? পৰ্ব্বতীয়া আইকুঁৱৰীদেৱৰ লগত পত্ৰ চলাচল কৰাৰ কথা। আৰু সৰ্গদেৱক—

[এনেতে চোতালৰ একাষত তামুলী লিগিৰাক দেখা পাই সহিতাই তাইৰ ওৰণিখন টানি বেগাবেগিকৈ ভিতৰলৈ সোমাই যায়। চিনাতলীয়াইও সহিতাই চোৱাৰ ফালে চাই তামুলী লিগিৰাক দেখা পায়।]

চিনাতলীয়া— [থতমত খাই] অ' আপুনি....হেঃ হেঃ হেঃ....

তামুলী— অ' দুয়ো দেখোন কুম্ভ নিকুম্ভৰ দৰে একেবাৰে থৈয়া নথৈয়া.... হেঃ হেঃ হেঃ...... বোলো লাগিল কি লৈ?

চিনাতলীয়া— এহ্, সেইবিলাকনো আৰু ভিৰি মৰ্ম্মৰ কথা কি সোধে? পিচে আহিল বা কৰ পৰা? ৰব, সেই পীৰা এখন আনো।

[ভিতৰলৈ যাব খোজে।]

তামুলী— নালাগে নালাগে, তোমাক সেই কথা এষাৰ সুধি যাওঁ বুলিহে আহিলো।

চিনাতলীয়া— কি বা?

তামুলী— [চিনাতলীয়াৰ ভৰিৰ ফালে চাই চিনাতলীয়াৰ ভৰি উখহা, ঠেঙত চুলি বন্ধা আছে]

বোলো ভৰিত হল কি ? গোটেইটো দেখোন ফুলি পৰিছে ।

চিনাতলীয়া— এহ নকৰা আৰু । পৰহি সেই গোহাই দেৱৰ টোলৰ পৰা বাতি আহোঁতে মঘা এদাল সোমাল ।

[ ভৰি ডাঙি তলুৱাখন দেখুৱাই ] এই খিনিতে । মঘাদাল হওঁতে ওলাল । পিচে ভৰিতোহে দেখোন কালিৰ পৰা ফুলি পৰিছে ।

তামুলী— ইকবাৰ পাহত উতলাই সেই গৰম সৰিয়হ তেল মাৰি দিবাচোন ।

চিনাতলীয়া— দিছোঁ দিছোঁ ।

তামুলী— অ' আহিছিলো সেই কামৰুৱাৰ ঘৰলৈ যাবলৈ । বাটতে ভাবিলো ভাওনানো কাহানিকৈ হয় তাবে তোমাৰ পৰা উমানটো লৈ যাওঁ ।

চিনাতলীয়া— এই দেওবাৰ গৈ সিটো দেওবাৰলৈ ।

তামুলী— হওক, হওক । পিচে তোমাৰ ভাওআছেনে নাই ?

চিনাতলীয়া— [ হাঁহি ] আছে সৰু সুৰা চাই এটা ।

তামুলী— [ ভিতৰৰ ফালে চাই ] অ' সেইটো আমাৰ বেতবৰীয়া নহয়নে ? আহা আহা, চুচুক চামাক থন কৰিছা কেলেই ?



[ বেতবৰীয়া সোমাই আহে । ]

এইবাৰো বোধেৰে বেতবৰীয়াই লৈছা নহয় অৰ্জ্জুনৰ ভাও ।

বেতবৰীয়া— [ হাঁহি ] হয় ।

তামুলী— হওক, হওক । তুমিও আছা যেতিয়া ভাওনাখন চকুত লগাই হব । বাৰু মই আহি-লো । তোমালোকে কথা পাতা । [প্ৰস্থান]

বেতবৰীয়া— তামুলী লিগিৰা যোৱাৰ ফালে দেখুৱাই ফুচ ফুচাই ) এই পাত আকৌ কিয় আহিছিল ?

চিনাতলীয়া— ভাওনা কাহানিকৈ পতা হৈছে তাৰে বোলে উমান লবলৈ ।

বেতবৰীয়া— [ চোতালত পৰি থকা কাহি-বাতি বিলাকলৈ দেখুৱাই হাঁহি ] অ' আজিও লাগিল হবলা ?

চিনাতলীয়া— এহ, কোন দিননো নলগাকৈ গৈছে দেও । জিভাও জিভা এনে বিহসনা জিভা আৰু দেখা নাই বুইছানে । এনে একো আষাৰ তোমাক ভেঙ্গা দি কথা কব, কাণ তেনেই তোমাৰ তহতহাই যায় ।

বেতবৰীয়া— এৰা, পঢ়া-শুনা জনা তিৰোতা যেতিয়া, তুমি এধান সৈমান হৈ চলিব লাগিব ।

চিনাতলী— থৈ দিয়াহে । কাবেঙৰ লিগিৰী কেইজনীয়েও

আইকুঁৱৰীদেউইঁতৰ পৰা ক ক ম ম টো শিকিছে, সেই বুলি সিহঁতৰ কিবা গন্দপডাল হৈছেনে ?

বেতবৰীয়া— বাৰু যাওক সেইবিলাক। তোমাক কোৰঁবে সেই টোললৈ এবাৰ মাতিছে।

চিনাতলীয়া— এবা মই যাবলৈ ওলাইছিলোৱেই। সেই কাতিৰাম কেকাই অহাৰ কথা আছিল। পুৱাই মোৰ ভৰিটো একেবি জাৰি দিম বুলি কৈছিল।

বেতবৰীয়া— কাতিকাই দেহোন তাতেই কোঁৱৰৰ কাষতেই আছে।

চিনাতলীয়া— হয়নেকি ? বলা, বলা তেন্তে। আহিবৰ সময়ত লগত লৈ আহিব লাগিব।

[ দুয়ো ওলাই যায়। ]

[ চুচুক চামাককৈ লাখৰ তামুলী লিগিবামঞ্চত প্ৰবেশ কৰে। চিনাতলীয়াইঁত যোৱাৰ ফালে ভিঙি মেলি চাই, হাত ডাঙি আঁতৰত থকা কলিতা-ফুকন আৰু কামবৰুৱাক আহিবলৈ ইঙ্গিত দিয়ে। কলিতাফুকন আৰু কামবৰুৱা লাহে লাহে সোমাই আহে আৰু চিনাতলীয়াইঁত যোৱাৰ ফালে চায়। চোতালত পৰি থকা বাচন-বাটি, কাপোৰ-কানিবোৰ লৈ চাই মিচিকিয়া হাঁহি মাৰি কলিতা-ফুকনক আঙ্‌ুলিয়াই দেখুৱায়। কলিতাফুকনৰ মুখতো হাঁহি বিৰিঙি উঠে। কলিতাফুকনে চিনাতলীয়াইঁত



যোৱাৰ ফালে আঙ্‌ুলিয়াই দেখুৱাই তামুলী লিগিৰাক ফুচফুচাই কিবা কয়। সি মুৰ দুপিয়াই শলাগি সেই ফালে যায়গৈ। ]

কলিতা— [ কামবৰুৱাৰ একেবাৰে ওচৰলৈকে গৈ চেপা মাতেৰে ] মাতা।

কামবৰুৱা— [ মুৰ দুপিয়াই শলাগি, চিনাতলীয়াৰ ঘৰৰ দুৱাৰ মুখলৈকে গৈ বৰ মৰমৰ মাতেৰে ] সহিতা, অ' সহিতা, আই অ' সহিতা আছনে ?

সহিতা— [ভিতৰ পৰা ] কোন ?

কামবৰুৱা— মই অ' মই। অলপ ওলাই আহছোন ?

[সহিতা ভিতৰৰ পৰা গাত নতুন এখন মুগাৰ ৰিহা লৈ ওলাই আহে। ]

সহিতা— [ কামবৰুৱাক দেখা পাই হাঁহি মুখে ] অ' ককাইটি ইস আজিনো কাৰ মুখ দেখি—

[ হঠাৎ কলিতাফুকনক দেখি ৰৈ যায় আৰু ওৰণিখন টানে। ]

কামবৰুৱা —[ কলিতাফুকনৰ ফালে চাই হাঁহি হাঁহি ] চিনি পাইছনে নাই সহিতা ?

সহিতা— পাইছোঁ। ৰব মই আহিছোঁ। [ বেগাবেগিকৈ ভিতৰলৈ যায়। ]

কলিতা— [ সৰু মাতেৰে ] সোনকাল কৰিব লাগিব।

[ কামবৰুৱাই মুৰ দুপিয়াই শলাগে। ]

[ সহিতাই এখন ঢাৰি, এখন থওা আৰু বগা চাদৰ এখন লৈ সোমাই আহে। ঢাৰিখন পাৰি দিয়ে আৰু থওাখন পাৰি তাৰ ওপৰত চাদৰ পাৰি দিয়ে।]

কামবৰুৱা— ( সহিতাই ঢাৰি কাপোৰ পাৰি থাকোতেই ) নাই নাই, নবহিলেও হ'লহেঁতেন। কিবা এটা সকামতহে তোৰ ওচৰলৈ আহিছিলো।

সহিতা— নিঃকিনৰ ঘৰত ফুকন দেউতাই মেতিয়া ভৰিৰ ধূলা দিছেহি এফেৰি বহি যাব লাগিব ককাইটি। ( বেগাবেগিকৈ ভিতৰলৈ যায়। )

কলিতা— অলপ বহাই যাওক। কি কোৱা বৰুৱা।

কামবৰুৱা— এৰা নবহিলে বেয়া পাব। ঠিয়ৈ ঠিয়ৈ কথা খিনি উলিয়াবলৈকো খেও নাখাব।

কলিতা— বহক বৰুৱা। ( বহে। )

কামবৰুৱা— অ' বহিছো। ( কলিতাফুকনৰ একাষে বহে। ) ( এহাতে এলোটা পানী আৰু এখন ফুলাম গামোচা আৰু আন হাতে তামোলৰ বটা এটা লৈ সহিতা সোমাই আহে। ঠাই খনত হাত ফুৰাই তামোলৰ বটাটো কলিতাফুকনৰ আগত থয়। লোটাটোৰ ওপৰত ফুলাম গামোচাখন থৈ অলপ আঁতৰত একাষে ঠিয় হৈ থাকে। )

কামবৰুৱা— ( তামোল কাটি কাটি ) চিনাতলীৱা গ'ল কলৈ, দেখা নাই দেখোন ?



সহিতা— জানো, বোধেৰে কোঁৱৰৰ টোললৈকে গৈছে।

কলিতা— সেইবিলাক কঁাহি-বাটি, কাপোৰ কানি দেখোন চোতালত সিচৰতি হৈ পৰি আছেহে বৰুৱা।

কামবৰুৱা— এৰা, গোটেইখন দেখোন চেদেলি ভেদেলি হৈ.......... হেৰ' সহিতা, এইবিলাক এথানি আথানি কৰি চোতালত পেলাই থৈছ কিয় ?

সহিতা— (থতমত খাই ) এৰা, সেইবিলাক সেই...... হেৰিয়াৰ অ'.......কিবা বোলেনে....... সেই তেৱেঁই পেলাই থৈ গৈছে।

কামবৰুৱা— কিয় ?

সহিতা— ( তলমুৰকৈ ৰিহাৰ আচল হাতডুখনৰে মুচৰি মুচৰি) কিবা খং উঠিল হবলা।

কামবৰুৱা— সহিতা।

[সহিতাই কামবৰুৱাৰ মুখলৈ চায়। ]

হেৰ, তহঁত দুটাৰ ভিতৰত বোলে একেবাৰে মিলা-প্ৰীতি নাই ?

( সহিতা নিমাত। )

কামবৰুৱা— হওঁতে কথাষাৰ মই তোক সোধাতো যুগুত হোৱা নাই। মঙহৰ সম্বন্ধ নাথাকিলেও গাওঁ সম্বন্ধীয় মই তোৰ ককায়েৰ। তয়ো মোক ককাইটি বুলি মাত, ময়ো তোক ভণীটি বুলি চেনেহ কৰো। সেয়েহে সুধিছো। কলিতা ফুকনকো তোৰ আপোন

মানুহ বুলিয়েই ভাবিবি । তই নেজান, তাহানি পিতাৰৰ লগত কলিতাৰ কেনে নলে গলে লগা আছিল।

কলিতা— এৰা, তোমালোকেতো জানাই । মই সাধাৰণ মানুহৰ পৰা আজি কলিতাফুকন হৈছো । পিতাৰা থাকোঁতে মই তেওঁক বিহু ককাই বুলিয়েই মাতিছিলো । আমাৰ দুয়োবো ভিতৰত বৰ মিল আছিল। তুমি তেতিয়া নিচেই সৰু, ক'ত মনত থাকিব ।

কামৰুৱা— তহঁতৰ এটা বৰ বিপদ আহিছে অ' সহিতা । হওঁতে চিনাতলীয়াৰ কথা মই ভৰা নাই। সি তাৰ কৰ্ম্মৰ ফল ভোগ কৰক। পিচে তই এতিয়া মানুহজনী অনাহকত মৰা পৰ তাৰ লগত।

সহিতা— কিহৰ বিপদ ককাইটি ?

কামৰুৱা— তই হওঁতে তাৰ বহুখিনি কথা নিজেই জান। তিপমীয়াগোহাঁইৰ টোলত সৰ্গদেৱক বধি ৰাজ্য লবৰ যি যুগুতি চলিছে মই সেই তাৰেই কথা কৈছোঁ।

সহিতা—সেই বিলাক কথাৰ মই একো ভু নেপাওঁ ককাইটি।

কামৰুৱা— সেয়া, সেয়া মাতিলি থিতাতে মিছা কথা এষাৰ। হেৰ' তই যি আষাৰ কথা নেজান বুলি কৈছ, আজি সেই আষাৰ কথা ৰংপুৰৰ ৰাইজে বাটে পথে আলোচনা কৰে । সৰ্গদেৱৰ চোৰাং চোৱাই যে চাৰিওফালে পিত পিতাই ফুৰিছে, এইফে ৰাও তহঁতে ভু নেপাৱনে ? ক্ষন্তেক আগতে চিনাতলীয়াক



যি আষাৰ কথা কৈছিলি এতেপৰে চাগৈ চোৰাং চোৱাই সেই আষাৰ কথা সৰ্গদেৱৰ কাণত পেলালেগৈ।

সহিতা— জানো কি কৈছিলো ?

কামৰুৱা— কলিতাফুকন কিম্বা সৰ্গদেৱৰ আগত যি আষাৰ কথা কমগৈ বুলি কৈছিলি।

সহিতা— এৰা মনতেই দেখোন পৰা নাই ।

কামৰুৱা— সেইখন মিছা ভাও কিয় ধৰা সহিতা ? তোক কিবা প্ৰকাৰে বচাব পাৰো বুলিহে আহিছিলো । (কলিতা ফুকনৰ ফালে চাই) তাই যেতিয়া আমাক বিশ্বাসেই নকৰে আমাৰ এতিয়া উঠাহে ভাল। নিজেই যেতিয়া শাললৈ বুলি ডিঙি আগ বঢ়াই দিছে দিয়ক ।

কলিতা— এৰা, বিহু ককাইৰ ছোৱালী তুমি । তোমাক বিপদৰ পৰা উদ্ধাৰ কৰিবলৈ চেষ্টা কৰাতো মোৰো উচিত। সেয়েহে বৰুৱাৰ লগত নিজে আহিলো । চিনাতলীয়াক বচোৱাৰ কোনো উপায় নাই। কিন্তু তোমাক সৰ্গদেৱক কৈ মেলি পাৰিলোহেঁতেন।

সহিতা— মই কি কৰিব লাগিব কওক ।

কামৰুৱা— [হ'াহি] সেয়া এতিয়াহে পোন বাটে আহিছ ।

কলিতা— বিশেষ একো কৰিব নালাগে । শুনিছোঁ তুমি বোলে লেখা পঢ়াও অলপ জানা । তিপমীয়াৰ টোলত সৰ্গদেৱক অলপতে বধিবৰ কাৰণে যি আলোচনা চলিছে তাৰ বিষয়ে তুমি যি জানা

তাকে লিখি মোৰ হাতত সৰ্গদেৱলৈ এখন পত্ৰ দিয়া। সেই পত্ৰখন পালেই সৰ্গদেৱে বুজিব যে তুমি তেখেতৰ অহিত চিন্তাত নাই।

কামবৰুৱা — [ কৰ্কালৰ খোচনিৰ পৰা এটা সৰু মহীচুঙা, এডাল খাগৰিৰ কলম আৰু এখন কাকত উলিয়াই সহিতাৰ ফালে আগবঢ়াই দি ] তইঁতৰ তাত নাই বুলি মই **লগত** লৈ আহিছো। ভিতৰলৈকে লৈ যা, সোনকালে পত্ৰখন লিখি লৈ আহগৈ।

[ সহিতাই কামবৰুৱাৰ পৰা মহীচুঙা, কাকত আৰু কলম লয় আৰু ভিতৰলৈ যাব খোজে ]

কলিতা — তিপমীয়াই পৰ্ব্বতীয়া কুঁৱৰীৰ লগত পত্ৰ চলাচল কৰে নহয় ?

সহিতা — হয়।

কলিতা — শুনিছো চিনাতলীয়াই বোলে সেই পত্ৰ লৈ কাৰেঙলৈ যায়।

সহিতা — হয়।

কলিতা — কিমান পৰত যায়।

সহিতা — সৰ্গদেৱে দুপৰীয়াৰ সাজ খাই জিৰণি লোৱাৰ বেলিকা।

কলিতা — চিনাতলীয়াই আজিও এখন পত্ৰ লৈ কাৰেঙলৈ যোৱাৰ কথা আছে নহয় ?



সহিতা — আজি নহয়, কাইলৈহে যাব হবলা।

কলিতা — বাৰু তুমি যোৱা, সোনকালে পত্ৰখন লিখি আনাগৈ।

[ সহিতা ভিতৰলৈ যায়। কামবৰুৱা আৰু কলিতা ফুকন দুয়ো দুয়োৰো মুখলৈ চাই মিচিকিয়াই হাঁহে। ]

কামবৰুৱা — চিটিকা ফান্দত পৰিল।

কলিতা — নপৰি সাৰে ক'ত।

কামবৰুৱা — কাইলৈ চিনাতলীয়াক চোপ দিব লাগিব।

কলিতা — এৰা, তাক পত্ৰসহ ধৰিব পাৰিলেই জাল চপাব লাগিব।

[ লাখৰ তামুলী লিগিৰা বেগাবেগিকৈ সোমাই আহে। ]

তামুলী — ( সৰু মাতেৰে ) আহিছে, আহিছে।

( বহাৰ পৰা কামবৰুৱা আৰু কলিতা ফুকনে তামুলী লিগিৰা অহা ফালে চায়। )

কলিতা — কিমান দূৰ পাইছেহি ?

তামুলী — ( আতৰলৈ আঙুলিয়াই দেখুৱাই ) সৌৱা, আমাৰ আঁতৰ হোৱাই ভাল।

কামবৰুৱা — [ দুৱাৰ মুখলৈ গৈ ] সহিতা, সহিতা।

সহিতা — [ ভিতৰৰ পৰা ] গৈছোঁ।

কামবৰুৱা — হেৰ' বেগতে আন। চিনাতলীয়াইত আহিছে। যি লিখিছ সেয়ে হব। মাথোন তলত তোৰ নামটো দে।

[ সহিতাই পত্ৰখন লৈ আহি কামবকৰুৱাৰ ফালে আগবঢ়াই দিয়ে। কামবৰুৱাই পত্ৰখন লয় । ]

কলিতা— এইবিলাক কথা কাৰো আগত নকবা। তোমাৰ কোনো ভয় নাই। দণ্ডৰ হাত তুমি সাৰিবাই ।

[ চোতালৰ বগা আসনলৈ দেখুৱাই ] সৌবিলাক ভিতৰ সুমুৱাই থোৱা ।

[ কলিতাফুকন, কামবৰুৱা আৰু তামুলী লিগিৰা বেগাবেগিকৈ ওলাই যায়। সহিতাই লৰালৰিকৈ চোতালৰ পৰা বস্তুবোৰ ভিতৰলৈ লৈ যায়। অলপ আঁতৰত চিনাতলীয়া, কাতিৰাম আৰু বেতবৰীয়াৰ হাঁহিৰ খলকনি উঠাৰ শব্দ শুনা যায়। অলপ পিচতে তিনিও হাঁহি হাঁহি সোমাই আহে। কাতিৰামৰ হাতত লাখুটি আৰু কান্ধত জোলোঙা এখন। জোলোঙাত মন্ত্ৰ-পুথি, বন পাতৰ ঔষধ, বিহ ঢেকিয়া বা বিহলঙনি আদি থাকে। চিনাতলীয়া ঘৰৰ ভিতৰলৈ সোমাই যায়। ]

কাতিৰাম— হেঃ হেঃ মই ঘৰত শুনিয়েই গম পাইছিলোঁ যে এইটো যেই সেই খেতৰ নহয়, ঘৰৰ ভিতৰ সোমায়েই দেখোঁ দহোন মানুহজনী থৰ থৰকৈ



কঁপি আছে। সোধ পোচ নাই আৰু বুইছা, সৰিয়হ এগাল জাৰি লৈ গালে মাৰি দি চতপ চতপকৈ দুয়ো গালে চাৰিটা কাণতলীয়া চৰ মাৰি দিলোঁ বাপেকে। এহ্ এহ্ চাৰি চৰতে গাৰ কঁপনি তেনেই তলকা মাৰিলে। হেঃ হেঃ।

[ চিনাতলীয়াই দুখন পীৰা আৰু এখন চক ঢাৰি থৈ দুনাই ভিতৰলৈ যায়। ]

হাতত থকা সোকাপাত ডাঙি লৈ কেৰাকৈ চাই গৰহনি মাৰি যেতিয়া সুধিলোঁ, কতা যাবিনে নাযাব, কতা যাবিনে নাযাব, হেঃ হেঃ হেঃ, যাম ঔ যাম ঔ বুলি কি কম তোমাক তেনেই আটাহ পাৰিবলৈ ধৰিলে। দাবি মাৰি কলোঁ যাব যদি পৰিমান দি থৈ যা। কি কম তোমাক বুইছানে ( হাতেৰে দেখুৱাই ] এই চাট ডাল তোমাৰ মেৰ মেৰ মৰতকৈ ভাঙি থৈ গলগৈ।

[ চিনাতলীয়াই এটা শলা চকত এমলা চাউল, দুখিলা পান, দুটা তামোল আনি এখন কলাপাত পাৰি ঢাৰিৰ কাষত থয়। ওচৰতে পীৰা এখন পাৰি বহে। বেতবৰীয়া আনখন পীৰাত বহে। কাতিৰাম ঢাৰিখনত বহি জোলোঙাৰ পৰা বিহঢেকিয়া পাত কেইটামান আৰু মন্ত্ৰ পুথি উলিয়াই ] সি

থাকে ক'ত হওঁতে মই জানো।

বেতবৰীয়া— ক'ত থাকে ?

কাতিৰাম— দাইনী হাবিৰ কাষৰ সেই কেন্দু গছ জোপাতেই তাৰ বসতি। (মনে মনে ফুচ ফুচাই কিবা কেষাৰমান মন্ত্ৰ মাতি চিনাতলীয়াৰ উখহা ভৰিত ফুৰাৰ ফুৱাই) পিচে যিটো সেকা তাক দিলোঁ, সতকাই সি আৰু মই থকা মানুহৰ কায নাচাপিছে। [প্ৰত্যেক ফাঁকিৰ আৰম্ভনিতে ডাঙৰ ডাঙৰকৈ আৰু শেষৰ ফালে সৰু সৰুকৈ মন্ত্ৰ মাতি কাতিৰামে চিনাতলীয়াৰ উখহা ভৰি জাৰে।]

ওঁ হ্ৰিং হ্ৰিং হ্ৰিং ফৎ ফৎ ফৎ আই কামাখ্যা। গোসানীৰ শপত হ্ৰিং হ্ৰিং ফৎ ফৎ [ভৰিত ফুৱায়] এই বিষ জাৰোঁ পোৰনি জাৰোঁ মুখ লগা জাৰোঁ মোচৰ খোৱা জাৰোঁ জাৰোঁ ফুকোঁ চলাওঁ সোকা মোক বুলিবা কাতিৰাম ওজা। ওঁ হ্ৰিং হ্ৰিং ফৎ ফৎ আই কামাখ্যা গোসানীৰ শপত। এই মুখ লগা ভাঙো, চৌষষ্ঠি খেতৰৰ মুখ লগা ভাঙো। শৰীৰ অশৰীৰ মুখ লগা ভাঙো, হৰ হৰ হৰ হৰ হৰ সকলো বিষ পোৰনি পেলাই মাৰ লৰ। [ভৰিত ফুৱায়] ঐ ঐ ঐ হ্ৰিং হ্ৰিং হ্ৰিং...

পট পৰে।

---

# দ্বিতীয় অঙ্ক।

## প্ৰথম দৰ্শন।

[লক্ষীসিংহ স্বৰ্গদেউৰ তামুলী চ'ৰা। ৺দেৱৰ ওখ আসন পৰা আছে। আসনৰ সোঁকাষে এটা ডাঙৰ গাৰু। অলপ আতৰত এখন শৰাইত হাতে লিখা সাঁচিপতীয়া পুথি এখন থোৱা আছে। আসনৰ কাষতে ৺দেৱৰ সোণৰ ভোগজৰা আছে। ৺দেৱৰ আসনৰ কাষতে আন এখন আসনো পতা আছে। বেৰত হাতীৰ দাঁত গড়ৰ খৰগ, পহুৰ শিং চিত্ৰ-বিচিত্ৰ চৰাইৰ পাখী আদি ধুনীয়াকৈ সজাই থোৱা আছে। বেৰত এখন ফুলাম বিচনীও আঁৰি থোৱা আছে। চ'ৰাৰ একাষত ডাঙৰ শৰাইৰ ওপৰত ৰূপৰ লোটাত পানী আৰু ফুলাম গামোচা এখনো থোৱা আছে। মজিয়াত চাতোনৰ দলিছা পৰা। বুঢ়া লিগিৰাই ৺দেৱৰ আসনৰ ওপৰত এখন শুকুলা কাপোৰ আথে-বেথে পাৰে। মাজে মাজে ডিঙি মেলি ভিতৰলৈ চায়। এবাৰ ভিতৰলৈ চাওঁতে লংকলী লিগিৰীক দেখা পাই, মজিয়াতে লেপেতা

কাঢ়ি বহি মুৰে কপালে হাত থৈ এটা কৃত্রিম
হুমুনিয়াহ পেলাই চেপা মাতেৰে গায় । ]

বুঢ়া— আই ঐ—কেলেই স্রজিলে সবেজন দেৱতা
কেলেই স্রজিলে আই
মনৰে বাসনা লংকলীক নাপালে
মৰিম বৰে বিহে খায় ।

[লংকলীয়ে এখন শৰাইত থুৰিওৱা তামোল আনি ৺দেৱৰ আসনৰ কাষত থৈ খঙেৰে বুঢ়া লিগিৰাক কয় । ]

লংকলী— কঠিয়া বুঢ়া, সদায় এনেকৈ জোকাই থাকিলে, কেহানিবা তই মোৰ হাতৰ কাণতলীয়া চৰ পাবি একা ।

বুঢ়া— আঠিয়া কলৰে পাতে নাকাটিবা
চিটিকি পৰিব এঠা
শতুৰক দেখুৱাই কেতেৰাই মাতিবা
ভিতৰি নেৰিবা বেখা ।

[বুঢ়ায়ে গায় থাকোঁতেই লংকলীয়ে চ'ৰাৰ একাষত থকা লোটা আৰু ফুলাম গামোচা শৰাইৰ সৈতে আনি ৺দেৱৰ ভোগজৰাৰ কাষত থয়হি। মাজে মাজে বুঢ়ালৈ চকু ঘোপাকৈ চায় । ]

বুঢ়া— ( অলপ লেনিয়াই ) লংকলী, তোৰ গাৰ পৰা বঢ়িয়া এটা মলমলীয়া গোন্ধ ওলাইছে হেবৈ। সেই আমাৰ পৰ্ব্বতীয়া আইকুঁৱৰীদেৱে ঘহা ভাটিৰ গান্ধ তেলৰ



দৰীয়া ।

(লংকলীয়ে বুঢ়ালৈ চকু ঘোপাকৈ চাই, বেৰত আৰি থোৱা ফুলাম বিচনীখন লৈ ৺দেৱৰ আসনৰ ওচৰত ঠিয় হয়হি । )

বুঢ়া— ( দীঘলকৈ উশাহ টানি ) আই ঐ দেহি । ( লংকলীৰ ফালে আগুৱাই যায় ।)

লংকলী— কিঔ এই পাত, কেনেখন কৰিছে । বিচনীৰ নালেৰেই মুৰত মাধ মাৰ সোধাম মাকে ।

বুঢ়া— ইমানৰো নিৰদয়া চিত্ত হৰ কেলেই হেবৈ । আহচোন আহ তোৰ গাটো এফেৰি শুঙি চাওঁ । [ নাকেৰে উশাহ টানি ] ওহ হ বৰ ভাল গান্ধ তেল ঘঁহিছ হেবৈ ।

পানী পাই বাঢ়িলে পানীৰে কলমৌ
গান্ধতেল পাই বাঢ়িলে চুলি
যৌবন পাই বাঢ়িলে মোৰে লংকলী
যেন ৰাম কলৰে পুলি ।

[লংকলীয়ে মুখত আঁচলৰ সোপা লৈ বুঢ়ালৈ চকু ঘোপাকৈ চাই চাই হাঁহি থাকে । ]

তেল পৰি জিলিকে লংকলীৰ বৰণটি
চুলি তিৰে বিৰে কৰি
তোমাৰে নিচিনা কতো নেদেখিলো
উজনি নামনি ঘূৰি ।

লংকলী— ( খঙেৰে ) চোৱাচোন, মুখলৈ কেনেকৈ টেলেকা

টেলিকিকৈ চাই আছে। মুখ লাগিব এতিয়া।

বুদ্ধু— হেৰৈ নালাগে নালাগে। মুখ লাগিবলৈ তই কিবা সেই আম কঠালনে? ডেকাই গাভৰুৰ ৰূপ চাই যদি (টকালি মাৰি) টকালি মাৰে গাভৰুৰ ৰূপ চৰেহে।

ৰূপে বগী তৰা সোণৰ গিলিপ মৰা

.............

(হঠাৎ স্বৰ্গদেউ লক্ষ্মীসিংহক অহা আঁতৰত দেখি বুদ্ধুয়ে গীত বন্ধ কৰি একাষে হাতজোৰ কৰি ঠিয় হয়। লক্ষ্মীসিংহ সোমাই আহে। বুদ্ধু আৰু লংকলী দুয়ো আঁঠু লয়। ৺দেৱ আহি আসনত বহে।)

লক্ষ্মীসিংহ— বুদ্ধু, কালি পঢ়া সেই পুথিখন আনচোন।

(বুদ্ধুয়ে শৰাইৰে সৈতে পুথিখন আনি ৺দেৱৰ ওচৰত থৈ আঁঠু লয়। লংকলীয়ে ৺দেৱক বিচে। ৺দেৱে তামোল খায়।)

বুদ্ধু, তইঁত যা। লাগিলে মই মাতিম।

(বুদ্ধু আৰু লংকলীয়ে ৺দেৱক সেৱা কৰি ওলাই যায়। লংকলীৰ পিচে পিচে গৈ ৺দেৱে নেদেখাকৈ বুদ্ধুয়ে দুবাৰমান দীঘলকৈ উশাহ টানি লংকলীক শুঙে। ৺দেৱে পুথি মেলি পঢ়িবলৈ হঠাৎ মুৰ তুলি ভোগজৰাত চূনৰ আঁক দেখি সেই আঁকলৈ



কিছু সময় তবধ মানি চাই থাকি একেচাবে আসনৰ পৰা উঠি) লংকলী! লংকলী!!

(লংকলীয়ে ততাতয়াকৈ আহি ৺দেৱৰ ওচৰত আঁঠু লয়।)

লক্ষ্মীসিংহ— মোৰ সোণৰ ভোগজৰাত চূণৰ আঁক কিয়?

লংকলী— [কপা মাতেৰে] সৰ্গদেউ।

লক্ষ্মীসিংহ— কোনে ভোগজৰাত চূণৰ আঁক দিছে?

লংকলী— মই কব নোৱাৰোঁ সগদেউ।

লক্ষ্মীসিংহ— তই কব নোৱাৰিলে, কোনে কব পাৰিব? .... .... তই আৰু জৰাধৰা লিগিৰাৰ বাহিৰে দেও-ব্ৰহ্মাইও মোৰ ভোগজৰা নোছোঁৱে.... ৰাজ-ভিতৰ নকৰে।

লংকলী— সৰ্গদেৱৰ আঁৰ হবলৈকে, মই একো নাজানো।

লক্ষ্মীসিংহ—কিন্তু মই জানো লংকলী। .... যি এনে কুকৃত্য কৰিবলৈ সাহস কৰে চাওডাঙৰ হাতত পৰিলেও সি সতকাই সৈ নাকাঢ়ে। ... কাৰেঙত মোৰ ক'লা ফেটিয়ে বাহ লৈছে...আনকি তন্ত্ৰ মন্ত্ৰেৰেও মোৰ অনিষ্ট সাধন কৰিবলৈ অহৰহ যুগুতি কৰে।

লংকলী— সৰ্গদেউ, মই জৰাধৰাক মাতি আনো।

লক্ষ্মীসিংহ— জৰাধৰাক মাতিবৰ আৱশ্যক নাই। বুদ্ধু লিগিৰাক মাত! উজনিৰ চাওডাঙৰ হতুৱাই মই

ঘট পৰীখা কৰি চাম। পৰীখাত যি পৰিব তাক মই কেচুৱা কোলাত দি বধিম।

লংকলী— ভাল সৰ্গদেউ ঈশ্বৰ। [ প্ৰস্থান। ]

লক্ষ্মীসিংহ—[ইফাল সিফাল কৰি] কাক বিশ্বাস কৰিম! [ হুমুনিয়াহ কাঢ়ি ] কাক বিশ্বাস কৰিম! নিজৰ শৰীৰৰ ছাটোকো আনকি বিশ্বাস কৰিব নোৱাৰাত পৰিছো।

[ বুঢ়ু সোমাই আহি আঠু লয়। ]

বুঢ়ু— সৰ্গদেউ।

লক্ষ্মীসিংহ— বুঢ়ু, তই এতিয়াই উজনিৰ চাওডাঙক কোখৰ ঘৰৰ আগটুপে মাতি আন। কবি, ভোগজৰা পৰীখা কৰিব লাগিব।

বুঢ়ু— ভাল সৰ্গদেউ ঈশ্বৰ। [ যাব খোজে! ]

লক্ষ্মীসিংহ— কলিতাফুকনৰ তালৈকো যাবি। কবি, এতিয়াই লগ পাব খোজো!

বুঢ়ু— কলিতাফুকন আহিছে সৰ্গদেউ। সৰ্গদেৱক লগ পাব খোজে বুলি মোৰ আগত কৈ পঠিয়াইছে।

লক্ষ্মীসিংহ— আহিছে? ...... বাৰু তই যা কগৈ, মই গৈছো। নহয় নহয়, কলিতাক ইয়ালৈকে মাতি আন।

( বুঢ়ু সেৱা কৰি ওলাই যায়। ৺দেৱে ইফাল সিফাল কৰি থাকে। দুৰৈত আয়তাসকলৰ আইনাম আৰু ঢোল খোলৰ মাত শুনা যায়।



৺দেৱে থমকি ৰৈ তলকা মাৰি শুনে আৰু কিবা ভাবত তন্ময় হৈ পৰে। অলপ পিচতে কলিতাফুকন সোমাই আহি আঠু লয়। ]

কলিতা— সৰ্গদেউ ঈশ্বৰ।

[ কলিতাফুকনৰ মাতত ৺দেৱৰ তন্ময়তা ভাঙে আৰু কলিতাফুকনলৈ চায় ]

লক্ষ্মীসিংহ— আহা কলিতাফুকন! মোৰ অন্তৰে এনে সময়ণ্ডে ঠিক তোমাকেই লগ পাব খুজিছিল।

কলিতা— দাসৰ ওপৰত সৰ্গদেৱৰ অপাৰ করুণা।

লক্ষ্মীসিংহ— [ হুমুনিয়াহ কাঢ়ি ] এই সংসাৰত বোধ কৰোঁ ময়েই একেবাৰে অকলশৰীয়া কলিতা। মোৰ আপোন বুলিবলৈ কোনো নাই।

কলিতা— সৰ্গদেউ।

লক্ষ্মীসিংহ— মোৰ এই ৰাজত্বৰ কালত মোক বন্দীশালত থৈ এমুঠি মৰাণে প্ৰবল পৰাক্ৰমী আহোমৰ সাতাম পুৰুষীয়া সিংহাসনত বহি থাপনা চুৱা কৰিলে। সাধাৰণ পাইকান মানুহবো আজি বিশ্বাস, আহোমৰ সিংহাসন আৰু অচল অটল পৰ্ব্বত নহয়— সি আজি বাৰিষাৰ বানে উটাই নিব পৰা কাঠ-বাহৰ ভেটাহে।

কলিতা— সৰ্গদেৱক আজি বৰ বিমৰিষ যেন পাইছোঁ।

লক্ষ্মীসিংহ— [ বেজাৰৰ হাঁহিৰে ] হৰিষেৰে ৰাজপাট

খোৱাৰ দিন তুংখুঙীয়া ফৈদৰ উকলিছে কলিতা। ...দিহিঙীয়া, পৰ্ব্বতীয়া নামৰূপীয়া, চাৰিঙীয়া ফৈদৰ কোঁৱৰসকলৰ শেন-চকু আজি সিংহাসনৰ ওপৰত। সাত খলপীয়া আহোম সিংহাসনৰ খলপে খলপে আজি গোম সাপে মেৰ পাক লৈছে। সেই সিংহাসনত বহি হৰিষ নাই কলিতা। কোন পাকত প্ৰাণটি হৰণ হয় তাৰহে চিন্তা।

কলিতা—সৰ্গদেৱে যদি আদেশ কৰে।

লক্ষ্মীসিংহ—কলিতা।

কলিতা—সৰ্গদেউ।

লক্ষ্মীসিংহ—অষ্টভূজা গোসানীয়ে কাহানিবা তোমাৰ গাত লম্ভিছেনে কলিতা ?

কলিতা—[ হাঁহি ] নাই সৰ্গদেউ। গোসানীয়ে সেই ফেৰা দয়া যেন নকৰে।

লক্ষ্মীসিংহ—শুকুলা হাতীয়ে একা ?

কলিতা—শুকুলা হাতীয়ে মানুহৰ গাত লম্ভা কাহানিও শুনা নাই সৰ্গদেউ।

লক্ষ্মীসিংহ—[ হাঁহি ) লম্ভে কলিতা। অষ্টভূজা গোসানীয়ে লম্ভিলে শুকুলা হাতীয়েও তোমাৰ গাত লম্ভিব। ৰাতি সমাজিকৃত শুকুলাই তোমাক পিঠিত লৈ ঘূৰি ফুৰিব।



কলিতা—সৰ্গদেৱে কিহলৈ কথাষাৰ পোনাইছে এতিয়া ধৰিব পাৰিছোঁ।

লক্ষ্মীসিংহ—মাত্ৰ পাঁচটা— পাঁচটা ফৈদৰ আহোমৰ সিংহাসনত বহিবৰ অধিকাৰ আছে। এই পাঁচটা ফৈদৰ কমেও পাঁচকুৰি কোঁৱৰৰ গাত আজি অষ্টভূজাই লম্ভিছে। সিহঁতক শুকুলা হাতীয়ে সমাজিকত লৈ ফুৰে। ... .... [হাঁহি] কিন্তু বিপদ হল সিংহাসন এখন, পাঁচ কুৰি নহয়।

কলিতা—এই বিহ গছৰ পুলি এতিয়াই উঘালি পেলোৱা যুগুত হব সৰ্গদেউ।

লক্ষ্মীসিংহ—সিহঁতৰ গাতো মই দোষ নিদিওঁ কলিতা। দোষ মোৰ। মৰাণে ৰাজপাট খোৱাৰ কথাই আহোমৰ বৰ্ত্তমান শকতিক জুখি দেখুৱালে। যাৰ গাতেই আজি এটুপি কোঁৱৰৰ তেজ আছে, সিয়েই যোত্ৰৰ মানুহ চপাই বাজি গাহৰি মাৰি মদে ভাতে বাচ খুৱাই সিংহাসন লবলৈ যোত্ৰ কৰে। ... [ হুমুনিয়াহ কাঢ়ি ] বাৰু যাওক— যাওক সেই বিলাক কথা। মই তোমাক যি কাৰণে মাতিছিলো। .......কলিতা।

কলিতা—সৰ্গদেউ।

লক্ষ্মীসিংহ—কি হ'ল কলিতা ? তুমি মোক বিমৰিষ যেন

পাইছিলা, কিন্তুময়ো তোমাক তেনেই দেখিছো।

কলিতা—স্বৰ্গদেউ।

লক্ষীসিংহ—তুমি মোক লগ পাব খুজিছিলা ? কি সকামত কোৱা।

কলিতা—আজি সেই কথা থাওক স্বৰ্গদেউ।

লক্ষীসিংহ—কিয় থাকিবি ?

কলিতা—স্বৰ্গদেৱৰ মন অসুস্থ।

লক্ষীসিংহ—মোৰ মন অসুস্থ হব পাৰে, কিন্তু দেহা মোৰ সুস্থ।

কলিতা—আজিলৈ ক্ষমা দিয়ক স্বৰ্গদেউ।

লক্ষীসিংহ—তুমি ৰাজ আজ্ঞা লঙ্ঘন কৰিছা কলিতা।

কলিতা—স্বৰ্গদেৱে অভয় দিয়ক।

লক্ষীসিংহ—নিৰ্ভয়ে কোৱা।

কলিতা—স্বৰ্গদেৱক এই কথা কবৰ ইচ্ছা নাছিল। কিন্তু যেতিয়া দেখিলো জোৰ পুৰি হাত পালেহি, আৰু লুকুৱাই থলে স্বৰ্গদেৱৰ অহিত চিন্তা কৰা হব, তেতিয়া—

লক্ষীসিংহ—আহ্ তোমাৰ কথাৰ মেৰপাক এৰা কলিতা। পোনপতীয়াকৈ কোৱা।

কলিতা—স্বৰ্গদেউ, তিপমীয়া গোহাইদেৱে স্বৰ্গদেৱক অপঘাট কৰি সিংহাসন লবলৈ যুগুতি কৰিছে।

লক্ষীসিংহ—প্ৰমাণ ?



কলিতা—ভিতৰুৱাকৈ মই নিজে বহু প্ৰমাণেই পাইছোঁ। গোহাইদেৱৰ লিগিৰী সহিতাৰ পৰাও স্বৰ্গদেৱলৈ এখিলা কাকত আনিছোঁ। [কাকতখন উলিয়াই।]

লক্ষীসিংহ—কাকতত কি আছে পঢ়া।

কলিতা—[ কাকত পঢ়ি ]

শ্ৰীদেৱতা—

মই তিৰোতা মানুহ। কলে কি হব। অনেক কথাৰ ভু পাবলৈ টান। ভাণ্ডাৰৰ কোঠাতে তৰোৱালৰ পেৰা দুটা আছে। হিলৈও আছে। নেপাবই নাই, পাবই। আৰু পূজাকৰ্ম্ম কত কি কৰিছে বামুণৰ ঘৰে ঘৰে। সোণ-ৰূপ ভাল কাপোৰ এনেতো গোহাইৰ তাতো কিছু কিছু ভৰালেহি। দেৱতাৰ শুভাশুভ চাইছে। আষাঢ়-শ্ৰাবনত ডাঙৰ কাৰ্য্য দেখিবৰ মনেৰে। পাচে এই সময় গুচি শৰৎ কালত জল হেন নিৰ্ম্মল হব, আৰু পৰম সন্তোষ পাব। সকলো শত্ৰু ক্ষয় হব। মিছা কলেও লোকৰ নৰকত পৰিব লাগে। আনতো বিচাৰ কৰক যদি কিবা মিছাকৈ কওঁ।

লক্ষীসিংহ—চৰিয়াৰ মুখে মই তিপমীয়া গোহাইৰ দ্ৰোহৰ কথা আগতে সন্দেহ পাইছোঁ। ....হুঁ.... বৰ বিমোৰত পৰিছো তাক বধিলে কলিতা,

আৰু কেও নাথাকিব ।

কলিতা—কিন্তু ইয়াতকৈও ডাঙৰ কথা আছে সৰ্গদেউ। তিপমীয়া গোহাই খাই পাত ফলা বিধৰ মানুহ । তেওঁ সৰ্গদেৱৰ বৰ ঘৰৰ মজিয়াত সিন্ধি দিছে ।

লক্ষীসিংহ—খুলি কোৱা কলিতা ।

কলিতা—মোৰ প্ৰাণৰ সংশয় সৰ্গদেউ । যি কথা কম সৰ্গদেৱে হয়তো বিশ্বাস নকৰিব ।

লক্ষীসিংহ— চ'তৰ সংক্ৰান্তিৰ নিশা হুচৰি গোৱাৰ চলেৰে মৰাণক উপান্ত কৰি তোমাৰেই কৌশলত মই দুনাই সিংহাসনত বহিব পাৰিছো । সেই কথা ইমান সতকাই মই পাহৰি যোৱা নাই কলিতা । আজি যদি মই কাৰোবাক বিশ্বাস কৰো সি এক মাত্ৰ তুমি— আন নহয় ।

কলিতা— [ মনৰ সঙ্কোচ দমন কৰি ] সেই আপচু কথা উচ্চাৰণ কৰিবলৈ জিভা কোচ খাই আছে সৰ্গদেউ । তথাপি মই কম । ....আপুনি সৰ্গদেউ— দেশৰ ৰজা । মই বৰগোহাইৰ বিলতীয়া পাইক আছিলোঁ । আপুনি মোক ফুকনলৈ তুলিছে । যি আপোনাৰ অহিত চিন্তে সিহঁত মোৰো পৰম বৈৰী । ....তিপমীয়া গোহাই কাল সাপ সৰ্গদেউ ... সি দেৱৰ— [ বৈ যায় ]



লক্ষীসিংহ—কোৱা ।

কলিতা— সি সৰ্গদেৱৰ পৰ্ব্বতীয়া আইকুঁৱৰীৰ লগত গোপনে পত্ৰ চলাচল কৰে ।

লক্ষীসিংহ— [ কলিতাৰ কথাৰ লগে লগে চিঞৰি খঙে কলিতা !

কলিতা—সৰ্গদেউ, মোৰ অপৰাধ নলব ।

[ লক্ষীসিংহ সংযত হয় । কিন্তু কণ্ঠ-স্বৰত অন্তৰত পোৱা তীব্ৰ বেদনা প্ৰকাশ পায় । ]

লক্ষীসিংহ—তুমি জানা কলিতা ফুকন, মোৰ চাৰি গৰাকী কুঁৱৰীৰ ভিতৰত পৰ্ব্বতীয়া কুঁৱৰী মোৰ অতি বেথাৰ— অতি বিশ্বাসৰ ।

কলিতা—মই জানো সৰ্গদেউ ।

লক্ষীসিংহ— তুমি মোক প্ৰমান দিব লাগিব কলিতাফুকন।

কলিতা—প্ৰমান মই দিম সৰ্গদেউ ।

লক্ষীসিংহ—[ গৰজি ] কিন্তু এতিয়াই— তুৰন্তে ।

কলিতা—সৰ্গদেৱৰ মনৰ অসুস্থতাৰ কাৰণে এই কথা আজিয়েই মই প্ৰকাশ কৰিব খোজা নাছিলোঁ ।

লক্ষীসিংহ— ওঁ [ সংযত হয় ] ।

কলিতা— তাৰ ওপৰিও সৰ্গদেৱে মোক অভয় দিছে ।

লক্ষীসিংহ—সচাঁ, মই অসংযত হৈছিলো । মোক মনত পেলাই দিয়াৰ বাবে তোমাৰ ওচৰত মই কৃতজ্ঞ কলিতা ।

কলিতা— সৰ্গদেউ ।

লক্ষীসিংহ— কোৱা, কেতিয়া তোমাৰ কথাৰ প্ৰমাণ দিব পাৰিবা ।

কলিতা— সৰ্গদেৱৰ আদেশ অনুযায়ী আজি এতিয়াই মই তাৰ প্ৰমাণ দিম ।

লক্ষ্মীসিংহ— এতিয়াই ?

কলিতা— মই মিছা মতা নাই সৰ্গদেউ। মাত্ৰ সৰ্গদেৱৰ ওচৰত মোৰ অনুৰোধ—কামবৰুৱা আৰু লাখৰ তামুলী লিগিৰাক যাতে সৰ্গদেৱে এই তামুলী চ'ৰালৈ আনিবলৈ মোক আদেশ দিয়ে ।

লক্ষ্মীসিংহ— কামবৰুৱা আৰু তামুলী লিগিৰা ?

কলিতা— হয় সৰ্গদেউ ।

লক্ষীসিংহ— সিহঁত ক'ত ?

কলিতা— সৰ্গদেৱৰ বৰ মৰঙলৈ সোমোৱা বাটত। মই সিহঁতক গুপুতে পৰীয়া থৈ আহিছো ।

লক্ষীসিংহ— সিহঁতেও কি মোৰ কাবেঙৰ কলঙ্কৰ কথা জানে কলিতা ?

কলিতা— এই কথা বহুতেই জানে সৰ্গদেউ ।

লক্ষীসিংহ— সিহঁতৰ মৰঙৰ বাটত পৰীয়া কিয় ?

কলিতা— তিপমীয়া গোহায়ে তেখেতৰ চমুৱা চিনাতলীয়াৰ হাতত গোপনে পৰ্ব্বতীয়া আইকুঁৱৰীলৈ পত্ৰ দিয়ে। মই চিনাতলীয়াৰ তিৰোতাৰ মুখে গোপনে সন্তেদ



পাইছো সৰ্গদেউ। ....... আজিও এখন পত্ৰ তিপমীয়া গোহাঁইদেৱে আইকুঁৱৰীলৈ দিছে । কাবেঙলৈ সোমোৱা বাটতেই চিনাতলীয়া চমুৱাক খাপ দি পত্ৰ সহ ধৰিবলৈ কামবৰুৱা আৰু তামুলী লিগিৰাক থৈ আহিছোঁ ।

লক্ষীসিংহ— ( অকস্মাৎ চিঞৰি ) হেই, কোন আছ ? ... মোৰ হেংদাং ....... হেংদাং.... ।

কলিতা— সৰ্গদেউ !

লক্ষীসিংহ— (সৰু মাতেৰে ) মোৰ কেও নোহোৱা জীৱনত হেংদাঙেই মোৰ সহোদৰ কলিতা । সি মোৰ হাতত থাকিলেই কিবা যেন মই শকতি পাও .... সাহস পাওঁ ....... ।

( বুঢ়ু লিগিৰা সোমাই আহি আঠু লয় )

বুঢ়ু— সৰ্গদেউ ঈশ্বৰ !

লক্ষীসিংহ— ( চক খাই ) কোন ?

বুঢ়ু— মই বুঢ়ু, সৰ্গদেউ ঈশ্বৰ। উজনিৰ চাওদাং কোঁৱৰ ঘৰৰ আগটোপত বৈ আছে ।

লক্ষীসিংহ— উজনীয়াক যাবলৈ ক বুঢ়ু। ভোগজৰাৰ চূণৰ আঁকৰ সন্তেদ মই পালোঁ ।

বুঢ়ু— ভাল সৰ্গদেউ ঈশ্বৰ । .... পিচে কলিতাফুকন দেউতাক কামবৰুৱাই লগ পাব খোজে। ফুকন দেউতাক তেখেতে মোক কব কৈছে— কাম সিদ্ধি হৈছে ।

কলিতা— [উৎসাহেৰে] কাম সিদ্ধি হৈছে ? ........সৰ্গদেউ !

লক্ষীসিংহ—যা বুদ্ধু, কামবৰুৱা আৰু লাখৰ তামুলী লিগিৰাক ইয়ালৈকে পঠাই দে ।

বুদ্ধু– ভাল সৰ্গদেউ । [ যাব খোজে ]

লক্ষীসিংহ– আৰু শুন । তেওঁলোকে যদি কাৰোবাক আনিব খোজে আহিব দিবি ।

বুদ্ধু— মই দেখি আহিছোঁ সৰ্গদেউ ঈশ্বৰ, মৰঙৰ কাষত কামবৰুৱা আৰু তামুলী লিগিৰাই তিপমীয়া গোহাইদেৱৰ লিগিৰা চিনাতলীয়াৰ দুয়ো হাতত ধৰি আছে । চিনাতলীয়াই ভয়ত থৰক বৰককৈ কঁপি আছে ।

লক্ষীসিংহ— যা, সিহঁতক মাতি আন ।

বুদ্ধু— ভাল সৰ্গদেউ ঈশ্বৰ । ( প্ৰস্থান )

লক্ষ্মীসিংহ— [ হতাশ মনেৰে ] সৰু কালত পিতৃৰ অনাদৃত ডাং-ডাঙৰীয়াৰ অবহেলিত হৈ ভট্টচাৰ্য্য অধ্যাপকৰ যত্নত ডাঙৰ দীঘল হলোঁ । ৰাজপাটত উঠি এমুঠি মৰাণৰ হাতত লঘূ লাঞ্ছনা পালোঁ । শেহত বঙহৰ বুলি যাক সাৰথি ললো, সিও বুকুৰ আগ মঙহত কামোৰ দিলে ।

কলিতা— সৰ্গদেউ, অধীৰ নহব । সৌৱা বৰুৱাহঁত আহিছে ( কামবৰুৱা আৰু তামুলী লিগিৰাই চিনাতলীয়া চমুৱাক ধৰি লৈ মঞ্চলৈ প্ৰবেশ )



লক্ষীসিংহ— কামবৰুৱা !

কামবৰুৱা— সৰ্গদেউ ঈশ্বৰ ।

কলিতা— পত্ৰখন পোৱা হৈছেনে বৰুৱা ?

কামবৰুৱা— হয় ফুকন ।

কলিতা— চাওঁ দিয়ক ।

কামবৰুৱা— এইখন লওক । ( পত্ৰখন কলিতা ফুকনক দিয়ে )

কলিতা— ( পত্ৰখন কামবৰুৱাৰ পৰা লৈ ৺দেৱলৈ আগবঢ়াই ) পত্ৰখন লওক সৰ্গদেউ ।

লক্ষীসিংহ— ( ঘৃণাৰে ) ওঁ-হো- সেই পত্ৰ মই হাতেৰে নোছোওঁ । ... পত্ৰত কি আছে সংক্ষেপে কোৱা ।

কলিতা— ( মনে মনে পঢ়ি কওঁ নকওঁকৈ ) বিষম কথা লিখিছে সৰ্গদেউ ।

লক্ষীসিংহ– ( কঠুৱা মাতেৰে ) কোৱা ।

কলিতা— পত্ৰত সৰ্গদেৱক হীৰা খুৱাই মাৰিবলৈ আইকুঁৱৰী দেৱলৈ লিখিছে । ... ৰূপহী লিগিৰীৰ হাতত দিয়া লাৰু আৰু ফুলাম গামোচাও পাইছোঁ বুলি তিপমীয়া গোহায়ে জনাইছে । .... আজি অষ্টভূজাৰ থানত গোহাইদেৱ পূজা দিবলৈ যাব । তালৈ আইকুঁৱৰীকো যাবলৈ লিখিছে । আৰু....

লক্ষীসিংহ— [ ঔৎসুক ভাবে ] আৰু ?

কলিতা— প্ৰীতিৰ কথাও আছে সৰ্গদেউ ।

লক্ষীসিংহ— থাকক, সেই ফেৰা আৰু নশুনিলেও হব ।

( ক্ষন্তেক নিতাল মাাৰ-চিনাতলীয়ালৈ চাই )

হেই, তই কিমান দিনৰ পৰা তিপমীয়া গোহাইৰ চমুৱা চাপি আছ ?

চিনাতলীয়া— চুৰীয়া পিন্ধাৰ পৰাই সৰ্গদেউ ।

লক্ষীসিংহ— ওঁ ।

চিনাতলীয়া— কেচাঁইখাইতী গোসানীৰ শপত সৰ্গদেউ; হতচিৰি হম—মোৰ গাত দোষ নাই । মই—

লক্ষীসিংহ— কচি কচি ভেল-খাৰণি দি মাৰিম । মনে মনে থাক । যি সোধো সচাঁ ক ।

চিনাতলীয়া— জিভাত পোক লাগিব । সৰ্গদেৱৰ আগত মিছা নোবোলো ঁ ।

লক্ষীসিংহ— ( কঠুৱা মাতেৰে ) টোলত তিপমীয়া আছেনে নাই ?

চিনাতলীয়া— নাই সৰ্গদেউ । থানত পূজা দিবলৈ গৈছে ।

লক্ষীসিংহ— লগত কোন গৈছে ?

চিনাতলীয়া— আয়তীসকলে নাম গাই গৈছে । ঢুলীয়া-খুলীয়াও আছে । ৰূপহীও লগতে গৈছে ।

লক্ষীসিংহ— মোৰ কাৰেঙৰ লিগিৰী ৰূপহী ?

চিনাতলীয়া— হয় সৰ্গদেউ ।

লক্ষীসিংহ— তাই কিয় গৈছে ?

চিনাতলীয়া— ৰূপহী আজি কালি জকে সৰ্গদেউ ।

লক্ষীসিংহ— [ খঙেৰে ] জকে ?



চিনাতলীয়া— হয় সৰ্গদেউ । তাইৰ গাত গোসানী লম্ভে । থানত তাই দেওধ্বনী উঠে ।

লক্ষীসিংহ— দেওধ্বনী উঠিলে তাইক সোধেনে নোসোধে ?

চিনাতলীয়া— সোধে সৰ্গদেউ ?

লক্ষীসিংহ— কোনে সোধে ?

চিনাতলীয়া— তিপমীয়া গোহাইদেৱে ।

লক্ষীসিংহ— তাই কি কয় ?

চিনাতলীয়া— তিপমীয়া গোহাইদেউ ৰজা হব বুলি কয় ।

লক্ষীসিংহ— কেতিয়া ?

চিনাতলীয়া— শাওনত সৰ্গদেউ ।

লক্ষীসিংহ— ওঁ । [ অলপ নিতাল মাৰি ] মোৰ কাৰেঙৰ পৰা পৰ্ব্বতীয়া কুঁৱৰীৰ পত্ৰ লৈ তিপমীয়াৰ কাষলৈ কোন যায় ?

চিনাতলীয়া—ৰূপহী সৰ্গদেউ ।

লক্ষীসিংহ—তিপমীয়াই ৰূপহীক কিবা আসৈ দিয়েনে নিদিয়ে ?

চিনাতলীয়া—ৰজা হলে ৰূপহীকো কুঁৱৰী পাতিম বুলি কয় ।

লক্ষীসিংহ—[ খঙেৰে ] কামবৰুৱা !

কামবৰুৱা—সৰ্গদেউ ঈশ্বৰ ।

লক্ষীসিংহ— ইয়াক হাতীশালত লোহা লগাই থোৱাগৈ । বৰচ'ৰাত বিচাৰ হব ।

কলিতা—সৰ্গদেউ ।

লক্ষ্মীসিংহ—কোৱা কলিতা ।

কলিতা—সৰ্গদেৱৰ ঘকুৱা মেল বৰ চ'ৰাত নেমেলাই ভাল হব ! গোবৰত কোৰ মাৰিলে গাত ছিটিকি পৰে । বাজে বাজে ইয়াক চাউডাঙক গতোৱাই যুগুত হব ।

লক্ষ্মীসিংহ—তাকে কথা বকুৱা । ইয়াক বাজে বাজে চাউডাঙৰ হাতত দিয়াগৈ ।

চিনাতলীয়া—[ কান্দি কান্দি ] দয়া কৰক সৰ্গদেউ ।

লক্ষ্মীসিংহ—যোৱা, লৈ যোৱা ।

চিনাতলীয়া—[ কান্দি কান্দি ] মোৰ গাত দোষ নাই অ' সৰ্গদেউ ………… মোক ৰাখা ঐ পৰভু…………

কলিতা—[ খঙেৰে ] মুখত সোপা দি লৈ যোৱা বকুৱা । কি চাই আছাহে তামুলী ?

চিনাতলীয়া—[ কান্দি কান্দি ] ঐ ফুকন দেউতা ঐ…… ৰাখা………

[ কামবকুৱা আৰু তামুলী লিগিৰাই মুখত সোপা দি চিনাতলীয়া চমুৱাক চোচৰাই লৈ যায় । ]

লক্ষ্মীসিংহ—কৰ্ণ বিহৰ সঁচ তপতে তপতে মাৰিব লাগিল কলিতা ।

কলিতা—সৰ্গদেৱে উত্তম বুলিছে ।

লক্ষ্মীসিংহ—তুমি এতিয়াই তিনিওজনা ডাঙৰীয়াক বৰ



চ'ৰালৈ মাতি আনাগৈ । সহিতাই দিয়া কাকতখনো তাতে পঢ়ি শুনাবা । চা-চৰীয়াৰ মুখে শুনা খিনিও কবা । মই কোৱা বুলি কবা— ই তেনে গোহাইও নহয়, জহৰা লৰা । তথাপি আপোন সম্বন্ধে মাজিওজনা ককাইদেৱলৈকে চাই অতি মৰ্য্যাদা দি তিপমীয়া মেল দি থৈছো । অনেক শুনা কথাকো নুশুনা ভাও ধৰি থাকো । শৰাৰ মাৰিব খোজা খিনিত সহিব নোৱাৰি ।

……… অ' মোক মাৰি পাত্ৰ-মন্ত্ৰীক ৰাখিব এনে এটা নাই । এতেকে কাৰ্য্য কাৰণবোৰ সকলোৱে বুজি চাওক—হয়নে নহয়—বুজিব পাৰিনে নোৱাৰি ।

কলিতা— মই এতিয়াই ডা-ডাঙৰীয়া সকলক বৰচ'ৰালৈ মাতি আনি সকলো কম সৰ্গদেউ । মই যাওঁ সেৱাহে । ( প্ৰস্থান )

লক্ষ্মীসিংহ— যোৱা । [ অলপ ৰৈ ] কোন আছ ?

[ বুহুৰ প্ৰবেশ ]

বুহু— [ আঠু লৈ ] সৰ্গদেউ ঈশ্বৰ ।

লক্ষ্মীসিংহ— যা; যা চাউডাঙ বকুৱাক মাতি আন । তুৰন্তে-তুৰন্তে ।

[ ৺ দেৱক সেৱা কৰি বুহুৰ বেগেৰে প্ৰস্থান ]

লক্ষ্মীসিংহ— লংকলী, লংকলী ।

[ লংকলীয়ে আহি আঠু লয় ] পৰ্ব্বতীয়া কুঁৱৰী ক'ত ?

লংকলী— চাংমাই শালত আছে সৰ্গদেউ ।

লক্ষীসিংহ— ৰূপহী একা ?

লংকলী— ৰূপহীৰ কথা নাজানো সৰ্গদেউ। তাইক আজি কালি কাবেঙত পোৱাই টান ।

লক্ষীসিংহ— কিয় ?

লংকলী— সৰ্গদেৱে তাইক মৰম কৰি সোণৰ খাৰু পিন্ধিবলৈ দিয়াৰ পৰা তাই আমাৰ লগত কথাই পাতিব' নোখোজে ।

লক্ষীসিংহ— ( অলপ নিতাল মাৰি ) ওঁ। তাই তহঁতক মোৰ কথা একো নকয়নে ?

লংকলী— কয় সৰ্গদেউ ।

লক্ষীসিংহ— কি কয় ?

লংকলী— সৰ্গদেৱে কাটেও কাটক, মাৰেও মাৰক সচাঁ কথা কওঁ ।

লক্ষীসিংহ— কোনো ভয় নাই ক ।

লংকলী— তাই বোলে সৰ্গদেৱৰ চেঙেলীয়া কালৰে পৰা আসৈ পাই থকা তিৰোতা হেন জানি কালৈকো ভয় নকৰে ।

লক্ষীসিংহ— বাৰু তই যা। পৰ্ব্বতীয়া কুঁৱৰীক মই মাতিছোঁ বুলি কগৈ ।

( লংকলীৰ প্ৰস্থান। বুদ্ধৰ প্ৰবেশ। )

বুদ্ধ— [ আঠু লৈ ] সৰ্গদেউ ঈশ্বৰ ।



লক্ষ্মীসিংহ— চাউডাঙবৰুৱা আহিছে ?

বুদ্ধ— হয় সৰ্গদেউ ।

লক্ষ্মীসিংহ— যা মাতি আন ।

[ বুদ্ধৰ প্ৰস্থান। চাউডাঙবৰুৱা সোমাই আহি আঠু লয়। দূৰৈত ৰিণিকি ৰিণিকি ঢোল-খোলৰ মাত শুনা যায়। ]

লক্ষীসিংহ— চাউডাঙবৰুৱা, আঁতৰত ঢোল-খোলৰ মাত শুনিছানে ?

চাউডাঙ— শুনিছো সৰ্গদেউ ।

লক্ষীসিংহ— অষ্টভূজা গোসানীৰ থানত তিপমীয়া গোহায়ে পূজা দিছে। তুমি তুৰন্তে এমখা পাইক আৰু কঁড়ী লৈ সিহঁতক আগুৰি ধৰি থুপ লগোৱাগৈ ।

চাউডাঙ— আৰতীসকলক সৰ্গদেউ ?

লক্ষীসিংহ— কোনো বাদ নপৰিব ।

চাউডাঙ— ভাল সৰ্গদেউ ঈশ্বৰ। [ যাব খোজে ]

লক্ষীসিংহ— আৰু শুনা। সিহঁতৰ দলত মোৰ কাবেঙৰ লিগিৰী ৰূপহীও আছে ! তায়ো যেন বাদ নপৰে ।

চাউদাঙ— যদি গোসাইদেৱে হকাবধা কৰে সৰ্গদেউ ?

লক্ষীসিংহ— হকা- বধা কৰিলে হাত চলাবলৈকো কুণ্ঠিত নহবা ! প্ৰয়োজন হলে গন্ধীয়াশালৰ পৰা হাতীও লৈ যাবা ।

চাউদাঙ— ভাল সৰ্গদেউ ঈশ্বৰ। ( চাউদাঙ বৰুৱাই আঠু লৈ

যায় )

লক্ষীসিংহ— যোৱা ।

(৺দেৱ বিষাদত কিবা ভাবি থাকে । অলপ পিচত পৰ্ব্বতীয়া কুঁৱৰী সোমাই আহে )

পৰ্ব্বতীয়াকুঁৱৰী— ( মিচিকিয়া হাঁহি মাৰি ) বঙহৰদেউ ।

লক্ষীসিংহ— এৰা, তোমাৰ লগত মোৰ কেইটামান কথা আছে সৰু কুঁৱৰী ।

প-কুঁৱৰী—কি কথা কওক !

লক্ষীসিংহ—আঁতৰত ঢোল-খোলৰ মাত শুনিছিলোঁ । কোনোবাই বোধ কৰোঁ দ'লত পূজা দিবলৈ গৈছে ।

প-কুঁৱৰী— [ হাঁহি ] দ'ললৈ নহয়, থানলৈ ।

লক্ষীসিংহ— কেনেকৈ জানিলা ?

প-কুৱৰী— দ'লত পূজা দিবলৈ গ'লে আয়তীয়ে আইনাম গাই নাযায় ।

লক্ষীসিংহ— অ' । [ ক্ষন্তেক বৈ ] শুনিছোঁ আমাৰ ৰূপহী লিগিৰীৰ গাত আজিকালি বোলে গোসানী লম্ভে কিবা দেও উঠে ।

প-কুৱৰী—[ থতমত খাই ] আপোনাক কোনে কলে ?

লক্ষীসিংহ— [ একেথৰে চাই থাকি ] শুনিছোঁ ।

প-কুৱৰী— উঠে হয়, গোটেইজনী তেনেই শুকাই খীনাই গৈছে ।

লক্ষীসিংহ— এৰা, মানুহ বেচি বেজাৰতো খীনাই আৰু



বেচি ৰং উলাহতো খীনাই । সকলোৰে বেচি মাত্ৰাই বেয়া । [ ক্ষন্তেক মনে মনে থাকি ] ওঁ, তাইক মাতাছোন বাৰু, সোধো ।

প-কুৱৰী— তাই কাৰেঙত নাই ।

লক্ষীসিংহ— নাই ? কিয় ?

প-কুৱৰী— মই তাইক থানৰ পৰা নিৰ্ম্মালি আনিবলৈ পঠাইছো ।

লক্ষীসিংহ— হঠাৎ নিৰ্ম্মালি কিয় ?

প-কুৱৰী— ছোৱালীজনীৰ যোৱা নিশাৰ পৰা গাটো অলপ তপত ।

লক্ষীসিংহ— অ' । [ অলপ বৈ ] তোমাক এটা কথা সোধো সৰু কুৱৰী । সচাঁ কবা ।

প-কুৱৰী— কওক ।

লক্ষীসিংহ— সচাঁই কি মই মানুহটো অতিপাত আপচু ?

প-কুৱৰী— আপুনি মোৰ স্বামী, আপুনি মোৰ চকুত সদায় সুন্দৰ ।

লক্ষীসিংহ— শুনা । মোৰ ক'লা কুৎচ মুখ দেখি সকুতেই মোৰ পিতৃ দেৱতাই মোৰ নাম গেন্ধেলা থৈছিল । কাল শিলীয়া গোহাই নামে মই জনাজাত । মোৰ কুৎচ চেহেৰা দেখি ৰাইজৰ মাজত ফুচফুচীয়া মেল বহিছিল—মই ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ ঔৰসজাত সন্তান নহওঁ বুল । এলাগী কোৱৰ, কলিয়া

বাঘ বুলি কলেই, মানুহে মোকেই বুজিছিল। মোৰ চেহেৰাৰ অতখিনি প্ৰমাণ থকাতো মাত্ৰ স্বামী বুলিয়েই যদি তুমি মোক সুন্দৰ দেখা সৰু কুৱৰী, তেন্তে তোমাৰ চকুৰ চিকৎসা কৰোৱা উচৎ নহবনে ? ( ক্ষন্তেক বৈ )

হঁ হঁ হঁ কোৱা,..........কোৱা, নিমাত কিয় ?

প-কুৱৰী— ( আথেবেথেকৈ ) বঙহৰদেউ !

লক্ষীসিংহ— কোৱা, ......হাঃ হাঃ হাঃ......মাত হৰিল কিয় সৰুকুৱৰী ? ( ক্ষন্তেক বৈ ) যি সুন্দৰ তাৰ যদি শক্তি থাকে, সি সেই শক্তিৰে সম্পদ অধিকাৰ কৰে। যি অসুন্দৰ তাৰ যদি শক্তি থাকে, সি সেই শক্তিৰে সৌন্দৰ্য্য অধিকাৰ কৰে। দেশৰ ভিতৰত তুমি শ্ৰেষ্ঠা সুন্দৰী, মই শ্ৰেষ্ঠ-কুৎচিৎ। তোমাক অধিকাৰ কৰিছো মোৰ শক্তিৰে—ভক্তিৰে নহয়। হাঃ হাঃ হাঃ......................

প-কুৱৰী— আজি এই কথা কিয় বঙহৰদেউ ?

লক্ষীসিংহ— আৱশ্যক আছে সৰুকুৱৰী। শুনা, মোৰ মাজিউজনা ককাইদেউ প্ৰমত্তসিংহৰ পুতেক মলো কোৱৰ, যাক মই তিপামৰ মেল দি মোৰ লগত ৰাখিছো, যি আজি তিপমীয়া গোহাই নামে জনাজাত, সি কোন জানা ?

প-কুৱৰী— নেজানো।



লক্ষীসিংহ— নেজানা ? ....... মোৰ বিষয়ে মানুহে সন্দেহ কৰে, কিন্তু তাৰ বিষয়ে নহয়। ... সি জাৰজ ; প্ৰমত্তসিংহৰ সন্তান সি নহয়।

প-কুৱৰী— এইবোৰ কথা মোক কিয় শুনাইছে বঙহৰদেউ ?

লক্ষীসিংহ—তিপমীয়াৰ সেই চকু, সেই নাক, সাচঁত কটা সেই ঠগ্, যি দেখি আজি তুমি মোহ গৈছা, ভোল গৈছ', পীৰি-তিত পৰিছা, সি কোনো আহোমৰ নহয়—হব নোৱাৰে।

প-কুৱৰী— বঙহৰদেউ—( ছতফটাই )

লক্ষীসিংহ— হাঃ হাঃ হাঃ ..........

প-কুৱৰী— ( উচপিচাই চঞ্চল হৈ ) বঙহৰদেউ !

লক্ষীসিংহ— হাঃ হাঃ হাঃ ..........

প-কুৱৰী— ( কান্দি কান্দি ) মোক এতিয়াই দেউতাৰ তালৈ পঠিয়াই দিয়ক।

লক্ষীসিংহ— হাঃ হাঃ হাঃ ....... বিতোপন ভাও ধৰিছা সৰু কুঁৱৰী। আ- হা- হা। হাঃ হাঃ হাঃ ...।

প-কুঁৱৰী— [ কান্দি কান্দি ] সাত শতুৰেও যেন সতিনীৰ লগত ঘৰ কৰিব নালাগে। মই বুজিছো নহয়, কোনে আপোনাক এইবিলাক টুটকীয়া কথা লগাইছে।

লক্ষীসিংহ— কাৰো মুখৰ কথাতেই বিশ্বাস কৰা বিধৰ মানুহ নহওঁ সৰুকুঁৱৰী।

প-কুঁৱৰী— তেন্তে কি প্ৰমাণ আপুনি পাইছে ?

লক্ষীসিংহ— তুমি তিপমীয়া গোহাইৰ লগত পত্ৰ চলাচল

কৰা নাই ?

প-কুঁৱৰী— নাই ।

লক্ষীসিংহ— তুমি তালৈ লাড়ু, সন্দেশ, ফুলাম গামোচা পঠিওৱা নাই ?

প-কুঁৱৰী— পঠিয়াইছিলো ।

লক্ষীসিংহ— কিয় ?

প-কুঁৱৰী— সি আপোনাৰ ভতিজাক বুলি । আৰু—

লক্ষীসিংহ— আৰু ?

প-কুঁৱৰী— আৰু মই তাৰ খুৰীয়েক বুলি ।

লক্ষীসিংহ—অ' —। ভতিজাকে খুৰীয়েকলৈ কিবা পত্ৰ দিয়েনে নিদিয়ে ?

প-কুঁৱৰী— দিয়ে ।

লক্ষীসিংহ— সেই পত্ৰত ভতিজাকৰ ভক্তিৰ কথাই নাথাকে বোধকৰো সৰুকুঁৱৰী । প্ৰেম প্ৰীতিৰ কথা নিলিখে ?

প-কুঁৱৰী— মই লিগিৰীৰ হাতে কেতিয়াবা কিবা বস্তু পঠালে তাকে পোৱা বুলি পত্ৰত লিখে, প্ৰীতিৰ কথা নিলিখে ।

লক্ষীসিংহ— তিপমীয়া কোঁৱৰৰ প্ৰতি পৰ্ব্বতীয়া কুঁৱৰীৰ হঠাৎ ইমান চেনেহ কিয় ?

প-কুঁৱৰী— সেই কথা মযো সৰ্গদেৱক সুধিব পাৰো ।

লক্ষীসিংহ— সোধা ।

প-কুঁৱৰী— সৰ্গদেৱৰ তিনিজন ভতিজাকৰ দুজনক সামান্য



ৰোজ-বাজ দি নামৰূপ আৰু বৰখোলালৈ খেদি আনজন ভতিজাক তিপমীয়াক চেনেহ কৰি হঠাৎ লগত ৰাখিলে কিয় ?

লক্ষীসিংহ— তিপমীয়াক মই ভাল পাওঁ ।

প-কুঁৱৰী— ভাল পোৱা আৰু চেনেহৰ একেই অৰ্থ সৰ্গদেউ । সৰ্গদেৱৰ বেলিকা যি "চেনেহ" চেনেহ হয়, মোৰ বেলিকা সেই চেনেহ প্ৰেম-প্ৰীতি হয় কিয় ?

লক্ষীসিংহ— [ হাঁহি ] ৰব ধুনীয়া কথা কৈছা সৰু কুঁৱৰী । তুমি মাত্ৰ ৰূপৱতীয়েই নহয়, বুদ্ধিমতীয়ো ।

প-কুঁৱৰী—[ কান্দি কান্দি ] সৰ্গদেৱৰ আন তিনি গৰাকী কুঁৱৰীয়ে মোক চকুৰ কুটা দাঁতৰ হুল বুলি ভাবে । সৰ্গদেৱৰ বিশ্বাস কণো আজি যেতিয়া হেৰুৱালো মোৰ মৰণেই ভাল । আপুনি মোৰ দেৱতা । মই আপোনাৰ পাৱ চুই শপত খাই কৈছো— যিটো ভাবিছে সেইটো মোৰ কায়মনো বাক্যেও নাই । যদিহে মিছা কৈছো জীটিৰ মুৰ খাম । মযো আপোনাক সেৱা কৰিবলৈ নেপাম, হতশ্ৰী হম ।

লক্ষীসিংহ— তিৰোতাৰ চৰিত্ৰ দেৱতায়ো নাজানে, মানুহৰ কি কথা ।

প-কুঁৱৰী— স্বৰ্গীয়া আইচুদেউতা সৰ্গদেৱৰ বুঢ়ীমাকো তিৰোতা । তেখেতে স্বামীৰ হকে প্ৰাণ দিছিল ।

লক্ষীসিংহ— ওঁ ।

প-কুঁৱৰী— বৰকুঁৱৰী কুৰঙ্গনয়নীও তিৰোতা মানুহ, যাৰ সহায়তে সৰ্গদেৱে আজি পুনৰ ৰাজপাট খাবলৈ পাইছে ।

লক্ষীসিংহ— মই স্বীকাৰ কৰো— তোমাৰ ৰূপৰ জেউতীতকৈও তোমাৰ কথাৰ জেউতী বেচি পৰ্ব্বতীয়াকুঁৱৰী । তোমাৰ ৰূপত বিহ, অন্তৰত বিহ, ওঠত বিহ আছে বুলি জানিও মই সেই বিহকেই পান কৰিম । তোমাক মোক লাগে । কাল সৰ্পিনীৰ ফণাৰ নাচোন মই ভাল পাওঁ । তোমাক মই শাস্তি নিদিও । তুমি যোৱা, যোৱা সৰুকুঁৱৰী ।

প-কুঁৱৰী— সৰ্গদেউ !

লক্ষীসিংহ— আৰু কোনো কথা নাই ! যোৱা, মোক ইয়াতেই এক্ষন্তেক নীৰৱে থাকিবলৈ দিয়া ।

[ পৰ্ব্বতীয়া কুঁৱৰী ওলাই যায় । দূৰৈৰ পৰা এটা পেঁপাৰ মাত ভাহি আহে । কিবা এটা গভীৰ চিন্তাত সৰ্গদেৱ মগ্ন হৈ পৰে । অলপ পিচত বুঢ় সোমাই আহি আঠু লয়হি । ]

বুঢ়— সৰ্গদেউ ঈশ্বৰ !

লক্ষীসিংহ— [ চক্ খাই ]— কোন ? অ' বুঢ় তই ।

বুঢ়— কলিতাফুকন দেউতা আহিছে সৰ্গদেউ ।

লক্ষীসিংহ— মাত । [ কলিতাফুকন সোমাই আহে । বুঢ়য়ে সেৱা কৰি ওলাই যায় । ]

আহা কলিতা । মই তোমালৈকে বাট চাই আছোঁ ।



ডাণ্ডৰীয়াসকলক পালা ?

কলিতা—পালো সৰ্গদেউ । তিনিওজনা ডাণ্ডৰীয়াকে চ'ৰালৈ আনি সহিতাই দিয়া কাকতখন পঢ়ি শুনালো । চৰীয়াৰ মুখে পোৱা কথাখিনিও কলো । সৰ্গদেৱে কোৱাখিনিও কলো ।

লক্ষীসিংহ— ডাণ্ডৰীয়াসকলে কি কলে ?

কলিতা— তেখেতসকলে কলে—তিপমীয়া গোহাই কোন আমি সকলোৱে জানো । তথাপি সৰ্গদেৱ ঈশ্বৰে ইমান মৰ্য্যাদা দি থৈছে । এতেকেও যি সৰ্গদেউ ঈশ্বৰৰ দ্ৰোহ আচৰে তাক থবলৈ ভাল নেদেখোঁ । ৺দেৱৰ ঘৰৰ কথা, তাত আমি কি বুলিম ।

লক্ষীসিংহ—ডাণ্ডৰীয়াসকলে উত্তম বুলিছে । তেখেতসকলৰ কথাখিনি নগা মজিন্দাৰে লিখি ৰাখিছেনে ?

কলিতা— ৰাখিছে সৰ্গদেউ । আৰু বহুতোখিনি প্ৰমাণ ইয়াৰ ভিতৰতে মই গোটাই লৈ আহিছো ।

লক্ষীসিংহ— ইয়াত নহয় কলিতা । তিপমীয়াই অষ্টভুজা থানত পূজা দিবলৈ গৈছে । তাতে বিৰাট ভোজৰো আয়োজন কৰিছে । গোটেই দিনটো মোৰ সকামতেই টাকুৰী ঘূৰাদি ঘূৰি ফুৰিছা । থানত ৰূপহী লিগিৰীৰ নাচ আৰু ছাগলীৰ মঙহে তোমাক বহুতখিনি সকাহ দিব পাৰিব ।

[ দুয়ো ওলাই যাব ধৰে । ]

পঁট পৰে ।

---

# দ্বিতীয় অঙ্ক ।

## ২য় দৰ্শন ।

[ গোসানীৰ থান । এজোপা ডাঙৰ বট গছৰ তলত এটি মন্দিৰ । মন্দিৰৰ আগ চোতালত এখন বলিশাল । শালত তেজৰ চেকা দেখা পোৱা যায় । তিপমীয়া গোহাইৰ দলৰ মানুহবিলাক গছৰ তলত বহি আছে । মন্দিৰৰ সমুখৰ একাষত আগলতি কলাপাতত ৰূপহী বহি থাকে । তাইৰ চুলি আউলি-বাউলি । গা তাইৰ থৰক-বৰককৈ কঁপি থাকে । কাষতে বহি আয়তী সকলে নাম গাই থাকে । ]

আয়তী সকলৰ নাম—

আই ভগৱতী মহামায়া,
শৰণে পশিছো কৰা দয়া ।
ভৱানী ভৱানী ভৱানী আই,
সেৱা কৰিবৰে নামে উপায় ।
এ ভৱানী ভৱানী ভৱানী আই,
সেৱা কৰিবৰে নামে উপায় ।
সোণৰে এটি ধোপ হে—
ৰূপৰে এটি ধোপ ;



দেৱী আইৰ আগতে প্ৰাৰ্থনা কৰিছো,
এই নামে সন্তোষ হওক ।

[ মন্দিৰৰ ভিতৰত শঙ্খ-ঘন্টা বাজি উঠে । আয়তী সকলে উৰুলি দিয়ে । অলপ পিচতে তিপমীয়া গোহাই আৰু পুৰোহিত মন্দিৰৰ পৰা ওলাই আহে । তিপমীয়াৰ গাত পাটৰ চেলেং আৰু ধুতি । কপালত ৰঙা ফোট । পুৰোহিতৰ হাতত এটি সৰু বানবাটিত থানত বলি দিয়া হাঁহ-ছাগলীৰ তেজ । হাতত এখন কলাপাতো । কলাপাত খন ৰূপহীৰ আগত পাৰি তাৰ ওপৰত বানবাটিটো থয় । ডুজনী বয়সীয়াল তিৰোতাই এখন চেলেং কাপোৰেৰে ৰূপহীক আঁৰ কৰি ধৰে । ৰূপহীয়ে বাটিৰ তেজখিনি পি খায় । গিৰ-গিৰাই ঢোল-তাল বাজি উঠে । আয়তীসকলে উৰুলি দিয়ে । আঁৰ কাপোৰখন গুচাই দিয়ে । ৰূপহীয়ে তাইৰ মুখৰ পৰা বাটিটো নমাই থোৱা দেখা যায় । কঁপি কঁপি তাই আঠু লৈ খোলা চুলি কোচাঁৰে মূৰটো ঘূৰাবলৈ ধৰে । ঢোল-তাল বাজি থাকে আৰু আয়তীসকলে উৰুলি দি থাকে । ডুগৰাকী তিৰোতা ৰূপহীৰ পাচফালে ঠিয় হয় । হঠাৎ ৰূপহী অচেতনৰ দৰে পাচফালে ঢলি পৰে । তিৰোতা ডুগৰাকীয়ে তেওঁলোকৰ গাত তাইক আওজাই ধৰি থাকে । ঢোলত দেওধনি নাচৰ চেও বাজে । ৰূপহীৰ গা লাহে লাহে জঁকি জঁকি বেচিকৈ জকিবলৈ ধৰে । তিৰোতা ডুগৰাকীয়ে তাইক

ধৰি লাহে লাহে ঠিয় কৰি দিয়ে । ৰূপহীয়ে দেউধনি নাচ নাচবলৈ আৰম্ভ কৰে । নাচি নাচি ৰূপহীয়ে আঠু লৈ বহে। খোলা চুলি কোচাৰে মুৰটো আগৰ দৰে ঘূৰাবলৈ ধৰে। তিৰোতা তুগবাকী তাইৰ কাষত আকৌ ঠিয় হৈ ৰয়। ৰূপহী আগৰ দৰে অচেতন হৈ তিৰোতা তুগবাকীৰ গাত ঢলি পৰে। পুৰোহিতে তাইৰ কাষত বহি হাতজোৰ কৰি সোধে। তিপমীয়া গোহাইও কাষতে বৈ থাকে। )

পুৰোহিত — আই গোসানীৰ পৰা দেশ কালৰ অলপ উমান লব খুজিছোঁ । এতিয়া আই গোসানীয়ে দয়া কৰিলে হয় ।

ৰূপহী— [ চকু মুদি থৰক বৰকৈ কঁপি থাকি ] ক......ক কি জানিব খুজিছ সোনকালে ক ।

পুৰোহিত — আমাৰ ৰজাইনো আৰু কেতেদিন ৰাজপাট খাবলৈ পাব ।

ৰূপহী— ৰজাৰ ৰাজপাট খোৱাৰ দিন উকলিল ।

পুৰোহিত— ( তিপমীয়াৰ ফালে অলপ চায়, আৰু মুখ ঘূৰাই তুনাই ৰূপহীক সোধে ] কাহানিকৈ উকলিব, এই ফেৰাও যদি আই গোসানীয়ে কলেহেঁতেন—

ৰূপহী— শাওনতেই ........ এই মাহতেই উকলিব ।

পুৰোহিত—ৰজাৰ অবিহনে কোনেবা ৰাজপাট খাব ?

ৰূপহী—ৰজাৰ ভতিজাক মলো কোঁৱৰে ৰাজপাট পাব । ৰাইজৰ শ্ৰী বাঢ়িব । ধনে জনে উভৈনদী হব ।



[ খিল খিলাই হাঁহি ৰূপা সোমাই আহে । তাইৰ গাত লাগ বান্ধ নোহোৱাকৈ পিন্ধা ফটা চিঙা কাপোৰ । চুলিত জত । দেখিলে ভয় লগা । ]

ৰূপা— হাঃ হাঃ হাঃ .... হাঃ হাঃ হাঃ ধনে-জনে উভৈনদী হব । ধনৰ ওপৰত ধনগুলৈয়ে বাহ লব । হাঃ হাঃ হাঃ ....দপদপকৈ জ্বলি ধনগুলৈৰ জুয়ে ৰংপুৰৰ নগৰৰ বাটে পথে নাচি ফুৰিব । হাঃ হাঃ হাঃ.... আহ ঐ.... ....আহ....আহ.... আহ আহ ।

তিপমীয়া— [চঞ্চল হৈ] কোন ? ক'ৰ মানুহ এইজনী ? পাগলী হব পায় ।

ৰূপা— হাঃ হাঃ হাঃ ......মই পাগলী নহয়......মই প্ৰেতিনী ....মই দাইনী ....মই যখিনী ....হাঃ হাঃ হাঃ ... হাঃ হাঃ (হঠাৎ হাঁহি বন্ধ কৰি তিপমীয়াৰ ফালে একে থৰে চাই থাকি লাহে লাহে তিপমীয়াৰ ওচৰলৈকে আগুৱাই আহি ) চাওঁ....কোন তই ? তোক চিনি পাও যেন লাগিছে । [ তিপমীয়াক চিনিপাই চক খাই পিচুৱাই আহি আঙুলিৰে তিপমীয়াৰ ফালে দেখুৱাই ] সৌতো .... চিনি পাইছো । তহঁত কোনোৱে ইয়াক নিচিন .... নাজান । মই চিনোঁ ...মই জানোঁ... পলা ...পলা সকলো পলা ! ইয়াৰ কথাত ভোল নাযাবি । হাত ভৰি বান্ধি তহঁত সকলোকেই ই থানত বলি দিব । পলা....পলা ...নাই নাই ৰবি

[ আঁতৰলৈ আঙুলিৰে দেখুৱাই ] হাঃ হাঃ হাঃ সোৱা আহিছে। ৰংপুৰৰ ৰঙা ধুলিৰে আকাশ ৰাঙলি কাৰ জুইৰ আঙনিৰ দৰে সোমখা আহিছে। এইবাৰ জ্বলিব ...ৰাজপাট খাবলৈ বিচৰা কেঁৱৰ বিলাকৰ ঘৰে ঘৰে এইবাৰ ৰিননি উঠিব .... কুঁৱৰী বিলাকৰ এইবাৰ শিৰৰ সেন্দূৰ মচিব। কাণৰ কেৰু, ডিঙিৰ গলপতা সোলোকাই মোৰ দৰে হাবিয়ে বননিয়ে বিনাই ফুৰিব ....আহ ...ঐ আহ ...আহ ... হাঃ হাঃ হাঃ ( লৰি গুচি যায় )

তিপমীয়া— এটা দুখ সপোনৰ দৰে মোৰ পিচে পিচে ঘুৰি ফুৰিছে।

পুৰোহিত— কোঁৱৰে তাইক চিনি পায় যেন লাগিছে।

তিপমীয়া— (থতমত খাই ) কোনে? মই ? নাই নাই মই তাইক নিচিনো .... কাহানিও দেখা নাই। কোন তাই ?

পুৰোহিত— আজি এমাহ মানৰ পৰা এই নগৰতে আছেহি। ইয়াৰ আগতে ক'ত আছিল কেৰে নাজানে। এই থানতেই থাকে। সাধাৰণ মানুহে তাইক গোসানীৰ দৰে মানে। খেনোৱে কয় তাই ভূত পুহিছে। সিইঁতকে তাই মাজে মাজে আহ আহ বুলি চিঞৰিব মাতে।

তিপমীয়া— তাই মানুহৰ আগত ক'ত আছিল, কিয়



এনেকৈ ফুৰিছে একো নকয়নে ?

পুৰোহিত—কেৰে তাইৰ কাষ চাপিবলৈ সাহস নকৰে কোঁৱৰ। ওচৰলৈ গলেই কাষত যিহকে পায় তাকে লৈ খেদি আহে। কিবা খোৱা বস্তু দিলেও গোটেইজনী টিকিচি বিকিচি কৰি উঠি কয়, ফটিকা খুৱাই মতলীয়া কৰি দিখৌত পেলাই দিবলৈ আহিছ নহয় ? অঙুলি ফুটাই মুখত যিহকে আহে তাকে মানুহক শাও-শপনি দিয়ে। মাত্র এজনেই কাষ চাপিব পাৰে।

তিপমীয়া—কোন সেই জন ?

পুৰোহিত— কলিতাফুন। তেখেতে কিবা খাবলৈ দিলেও তাই খায়। কোনো আপত্তি নকৰে। মাজে মাজে আহি তেখেতে তাইক ঘৰলৈকো লৈ যায়। কিন্তু তাই নাথাকে। আকৌ গুচি আহে।

[ ৰূপা হাঃ হাঃ কৰি ডাঙৰকৈ হাঁহি সোমাই আহে। ]

ৰূপা— হাঃ হাঃ হাঃ... আহিছোঁ... আহিছোঁ.... এইবাৰ সিহতকো লৈ আহিছোঁ। লোৱা লগাই গোটেই মথাকে ধৰি লৈ যাব। হাঃ হাঃ হাঃ ......। খেনোৰ মাজিউ বটালিৰে কাণ খুলিব। খেনোক কচি কচি কাটি মুৰটো শালত দিব। খেনোক

বাবেটকা গুলি খোৱা ৰব হিলৈবে গুলিয়াই মাৰিব ···হাঃ হাঃ হাঃ···( ভিতৰৰ ফালে চাই ) সৌৱা চা ···· আহিছে ···আহিছে ···হাঃ হাঃ হাঃ...

তিপমীয়া— [ৰূপাই দেখুৱা ফালে চাই চঞ্চল হৈ] সৌবিলাক কোন ? কোন আহিছে ?

ৰূপা— হাঃ হাঃ হাঃ ...তোৰ যম । এইবাৰ তাক থানত বলি দিব । তোৰ তেজেৰে মই কেঁচাইখাইতী গোসানীৰ আগত চাকি জলাম । তোৰ তেজ খাই মই দেউধনী উঠিম । কি চাই আছ তইঁতে ? ঢোল বজা ··· তাল বজা উৰুলি দে ···· হাঃ হাঃ হাঃ ···হাঃ হাঃ হাঃ ( গুচি যায় । )

তিপমীয়া— ( ভিতৰৰ ফালে চাই বিহ্বল হৈ ) সৌৱা চাউ-দাঙ বৰুৱা, লগত অসংখ্য কাঁড়ী পাইক ।

কাতিৰাম— ( কঁপা মাতেৰে ) কি কৰা যায় কোঁৱৰ । আমাৰ গুপুত আলোচনাৰ কথা সৰ্গদেৱে বোধকৰো উমান পাইছে ।

এজনী বুঢ়ী— ( প্ৰায় কান্দি ) আমি কি কৰো কোঁৱৰ দেউতা ? উলুৰ লগত বগৰি পোৱা যাম এতিয়া ।

( ভিতৰত শিঙা বাজে । ৰূপহী বেগাবেগিকৈ মন্দিৰৰ ভিতৰত সোমায় । )

কাতিৰাম—[ বিপৰীত ফালে দেখুৱাই ] সৌৱা চাওক । এই ফালেও ···· গোটেই থান খনেই সিহঁতে আগুৰি পেলাইছে ।

[ দুয়ো ফালে কাঁড়ী পাইক আৰু সিহঁতৰ ধেনুকাঁড় আৰু জাঠিৰ মুৰ বোৰ দেখা যায় । তিনি চাৰিজন মান কাঁড়ী লগত লৈ চাউদাঙবৰুৱা সোমাই আহে । ]

চাঃ বৰুৱা— যি যতেই আছা তাতেই থাকা । ( চাৰিও ফালে এবাৰ চাই ) ৰূপহী লিগিৰী ক'ত ? [ এটা কাঁড়ীৰ ফালে চাই ] মন্দিৰৰ ভিতৰত কোনোবা আছেনে নাই চাই আহ ।

[ কাঁড়ী দুজন মন্দিৰৰ ভিতৰলৈ যায় । ]

তিপমীয়া— মই একো বুজিব পৰা নাই চাউদাঙবৰুৱা আপোনাৰ উদ্দেশ্য ?

চাঃ বৰুৱা— মোৰ নিজৰ কোনো উদ্দেশ্য নাই কোঁৱৰ । মাত্ৰ মই সৰ্গদেৱৰ আদেশ পালন কৰিবলৈ আহিছো ।

তিপমীয়া— কি আদেশ ?

চাঃ বৰুৱা— থানত থকা সকলো সৰ্গদেউ অহালৈকে ইয়াতে অপেক্ষা কৰিব লাগিব ।

[ এখন কলাপাতত কেইটামান ফুল লৈ মন্দিৰৰ পৰা ৰূপহী ওলাই আহি যাবলৈ ধৰে । চাউদাঙ বৰুৱাই তাইক দেখি কয় । ]

ৰূপহী, শুন । ] ৰূপহী চাউদাঙ বৰুৱাৰ কাষলৈ আহে । [ কলৈ যাব ওলাইছ ?

ৰূপহী— কাবেঙলৈ যাওঁ বৰুৱা দেউতা ।

চাঃ বৰুৱা— নোৱাৰ। ইহঁতৰ লগত তয়ো থাকিব লাগিব।

ৰূপহী— মোক পৰ্ব্বতীয়া আইকুঁৱৰীদেৱে থানৰ পৰা নিৰ্ম্মালি লৈ সোনকালে যাবলৈ পাচিছিল বৰুৱা দেউতা। তেখেতৰ ছোৱালীজনীৰ—

চাঃ বৰুৱা— মই তোৰ কথা শুনিব নোখোজোঁ। যি কৈছোঁ তাকেই কৰিব লাগিব।

[কাঁড়ী দুটা মন্দিৰৰ পৰা ওলাই আহে]

চাঃ বৰুৱা— মন্দিৰৰ ভিতৰত আৰু কোনোবা আছেনে?

এজন কাঁড়ী— নাই বৰুৱা দেউতা।

তিপমীয়া— চাউদাঙবৰুৱা।

চাঃ বৰুৱা— কওক কোঁৱৰ।

তিপমীয়া— থানত পূজা দিবলৈ আহি মই কি অপৰাধ কৰিছো, তাৰ একো উমান ধৰিৰ পৰা নাই। সি যিয়েই হওক, আয়তী সকল বোধ কৰো যাব পাৰে।

চাঃ বৰুৱা— ক্ষমা কৰিব কোঁৱৰ। সৰ্গদেউৰ আদেশ, থানত থকা এটি প্ৰাণীও যেন বাদ নপৰে।

তিপমীয়া— চাউদাঙ বৰুৱা!

চাঃ বৰুৱা— সৰ্গদেৱৰ আদেশৰ মই দাস মাত্ৰ। মোৰ কোনো উপায় নাই কোঁৱৰ। [ভিতৰৰ ফালে চাই] সৌৱা সৰ্গদেউ আহি পালেহিয়েই।

[সৰ্গদেৱ লক্ষীসিংহ আৰু কলিতাফুকন সোমাই আহে। সকলোৱে সেৱা জনায়।]



লক্ষীসিংহ— মলৌ!

তিপমীয়া— মই থানত পূজা দিবলৈ আহিছিলো খুৰাদেউ।

লক্ষীসিংহ— দেও-গোসানীৰ প্ৰতি তোৰ ভক্তি অটুত হওক মলৌ। [হঠাৎ মাত সলাই] অ' সেইজনা আমাৰ ৰূপহী নহয়নে কলিতা?

কলিতা— হয় সৰ্গদেউ।

লক্ষীসিংহ— তয়ো থানলৈ আহিছিলিনেকি ৰূপহী?

ৰূপহী— হয় সৰ্গদেউ।

লক্ষীসিংহ— কিয়?

ৰূপহী— পূজা দিবলৈ।

লক্ষীসিংহ— শুনিবলৈ পাইছোঁ বোলে তই আজি-কালি পূজা লৱহে, পূজা নিদিয়? [ক্ষন্তেক টলকা মাৰি] কি হ'ল, হাতৰ তলুৱাহে খজুৱাইছ দেখোন। কথাষাৰ সঁচানে মিছা?

ৰূপহী— মই কুকুৰধুলি লিগিৰী এজনীক কোনে পূজা দিব সৰ্গদেউ।

লক্ষীসিংহ—শুনিছো, তোৰ গাত হেনো আজি-কালি গোসানী লম্ভে? (ৰূপহী নিমাত। সৰ্গদেৱে খঙেৰে সোধে) নামাত কিয়?

ৰূপহী— লম্ভে সৰ্গদেউ।

লক্ষীসিংহ— দেওধনী উঠনে নুঠ?

ৰূপহী— উঠোঁ।

লক্ষীসিংহ— উঠিলে তেজ খাব়নে নাখাব় ?
ৰূপহী— খাওঁ ।
লক্ষীসিংহ— কিহৰ ?
ৰূপহী— হাঁহ পাৰৰ ।
লক্ষীসিংহ— অ'...... । তোৰ ভায়েৰ এটা আছে নহয় ?
ৰূপহী— আছে সৰ্গদেউ ।
লক্ষীসিংহ— দেওধনী উঠোতে তাক কাটি যদি তেজ দিওঁ খাব পাৰিবি ?

[ ৰূপহী নিমাত ]

নেমাত কিয় ?
ৰূপহী— নোৱাৰো স দেউ ।
লক্ষীসিংহ— অ', তেন্তে আমাৰ ৰূপহী গোসানীয়ে নিৰিহ হাঁহ পাৰৰ তেজহে খাব পাৰে কলিতা, হাঃ হাঃ হাঃ [হঠাৎ হাঁহি বন্ধ কৰি মাত সলাই] অ' দেওধনী উঠাজনক মানুহে ভূত ভৱিষ্যত সোধে নহয় কলিতা ?
কলিতা— সোধে সৰ্গদেউ ।
লক্ষীসিংহ— হেৰ' ৰূপহী, তোক সোধেনে নোসোধে ?
ৰূপহী— নোসোধে ।
লক্ষীসিংহ— চাউদাঙ বৰুৱা ।
চাঃ বৰুৱা— সৰ্গদেউ ঈশ্বৰ ।
লক্ষীসিংহ— আমাৰ ৰূপহী লিগিৰীক যেতিয়া নাক কাণ কাটি কুৰূপ কৰা হব তেতিয়াহে তাই সঁচা কথা কব ।



কাৰণ তেতিয়া আৰু তাই তিপমীয়াৰ কুঁৱৰী হোৱাৰ আশা নাথাকিব । গতিকে হাতীশাললৈ তাইক লৈ যোৱা । নাক কাণ কাটি পুনৰ লৈ আহা ।
চাঃ বৰুৱা— ভাল সৰ্গদেউ ঈশ্বৰ ।

[ চাউদাঙবৰুৱা ৰূপহীৰ ফালে আগবাঢ়ে ]

ৰূপহী— ৰক্ষা কৰক সৰ্গদেউ ঈশ্বৰ ।
লক্ষীসিংহ— লৈ যোৱা চাউদাঙ বৰুৱা ।
( চাউদাঙ বৰুৱাই ইঙ্গিত দিয়ে । দুজন কাঁড়ী আহি ৰূপহীৰ কাষত ঠিয় হয় । )
ৰূপহী— মই সঁচা কম সৰ্গদেউ ।
লক্ষীসিংহ— ক ।
ৰূপহী— গোহাঁইদেৱে সোধে ।
লক্ষীসিংহ— কি সোধে ?
ৰূপহী— তেখেতে কেতিয়া ৰাজপাট পাব ।
লক্ষীসিংহ— তই কি কৱ ?
ৰূপহী— শাওণত বুলি কওঁ ।
লক্ষীসিংহ— তিপমীয়াৰ লগত পূজা দিবলৈ অহা এই মানুহবিলাক তিপমীয়াৰ যোত্ৰৰ মানুহ হয়নে নহয় ? ( ৰূপহী নিমাত । ধমকে সোধে । ) মই কি সুধিছোঁ শুনিছনে নাই ?
ৰূপহী— হয় সৰ্গদেউ ঈশ্বৰ, যোত্ৰৰ মানুহ ।
লক্ষীসিংহ— কলিতা ফুকন ।

কলিতা— সৰ্গদেউ

লক্ষীসিংহ— আমাৰ মহাৰথী বেতবৰীয়া এই দলৰ মাজত আছেনে নাই ?

কলিতা— আছে সৰ্গদেউ ।

লক্ষীসিংহ— ( বিদ্ৰুপেৰে ) চাওঁ তেখেতক আগুৱাই আহিবলৈ কওকচোন ?

কলিতা— (বেতবৰীয়াৰ ফালে চাই ) হেই, ইয়ালৈ.... আগলৈ আহ ।

( দলৰ মাজৰ পৰা বেতবৰীয়া কঁপি কঁপি আগলৈ আহে ।)

লক্ষীসিংহ— আ-হা-হা বিত্তোপন । গঢ়ে-পিতে সাইলাখ পটত দেখা অৰ্জুনৰ দৰে । মাত্ৰ মুৰত কিৰিটী আৰু হাতত গাণ্ডীৱ নাই । কি কয় কলিতা ?

( কলিতাফুকন আৰু লক্ষীসিংহ দুয়ো হাঁহে । )

লক্ষীসিংহ— তোৰ নাম বিচাতলীয়া বেতবৰীয়া ?

বেতবৰীয়া— হয় সৰ্গদেউ ঈশ্বৰ ।

লক্ষীসিংহ— পোহপাল যাৰ কেনেকৈ ?

বেতবৰীয়া— পীৰা, চৰিয়া কাটি সৰ্গদেউ ঈশ্বৰ ।

লক্ষীসিংহ— কলিতা ।

কলিতা— সৰ্গদেউ ।

লক্ষীসিংহ— মলৌৰ সোঁহাত স্বৰূপ কোনোৰা এটা বেজৰ নাম আপুনি কৈছিল নহয় ? আ-হা-হা কি আছিল [ মনত পেলাবলৈ চেষ্টা কৰে । ]



কলিতা— কাতিৰাম ।

লক্ষীসিংহ— হ-হ কাতিৰাম—কাতিৰাম ।

কলিতা— সিও ইয়াতে আছে । [ কাতিৰামৰ ফালে চাই ] হেই আগলৈ আহ ।

কাতিৰাম— [ আগলৈ আহি আঠুলৈ কান্দি কান্দি ] লৰা-ছোৱালীৰ মুৰ খাবলৈ, সাত পুৰুষ নৰকত পৰিব সৰ্গদেউ ঈশ্বৰ । কাটেও কাটক, মাৰেও মাৰক, মিছা নোবোলোঁ । মোৰ—

লক্ষীসিংহ— [ গৰজি ] জিভা চিঙি পেলাম । যি সোধো তাৰ উত্তৰ দে ।

কাতিৰাম— সোধক সৰ্গদেউ ঈশ্বৰ । জিভাত পোক দিবলৈকো মিছা নোবোলো ।

লক্ষীসিংহ— তোৰ আচল ঘৰ ক'ত ?

কাতিৰাম— পূৰ্ব্বতে উত্তৰ পাৰৰ ৰঙাচকুৱাত ঘৰ আছিল সৰ্গদেউ ঈশ্বৰ । পিতাইৰ নাম চেৰেপা । বৰবৰুৱাৰ খৰি যোগনীয়াৰ আছিল । আইৰ নাম কাজুলী । বৰগোহাইৰ ভাগৰ চুতিয়া ধনঞ্জয়ৰ জীয়েক । আইৰ লগত পিতাই চোৰ পৰাত গঞাই মেলাই দিয়ে ।

লক্ষীসিংহ— দিন কটাৰ কেনেকৈ ?

কাতিৰাম— আগতে নেকাটিছিল সৰ্গদেউ ঈশ্বৰ । পাচে পৰে কিছু গুণ-সৰথ শিকিলো । বেজ বুলি মানুহে অহা যোৱা কৰিলে ।

লক্ষীসিংহ— তই বোলে আছলতে ধন খনা বেজহে ? হয়নে নহয় ?

কাতিৰাম— হয় সৰ্গদেউ ঈশ্বৰ ।

লক্ষীসিংহ— ধন থকা ঠাইৰ উমান লৱ কেনেকৈ ?

কাতিৰাম— মঙ্গলা চাই লওঁ । বানচেং পুঠি গণিও পাওঁ । আৰু—

লক্ষীসিংহ— আৰু কি ?

কাতিৰাম— টকা থকাৰ ঠাইত ধনগুলৈ ওলাই সৰ্গদেউ ঈশ্বৰ । ৰঙা ঘোৰাও থাকে । মাজনিশা ভূত পিশাচেও চিঞৰে । পুখুৰীত থাকিলে নাও শিকলি ওলাই ।

লক্ষীসিংহ— আজিলৈকে ধন খানি কিমান টকা পাইছ ?

কাতিৰাম— নাই পোৱা সৰ্গদেও ঈশ্বৰ । এবাৰহে অলপমান পাইছিলো ।

লক্ষীসিংহ— ক'ত ?

কাতিৰাম— মৈদামত ।

লক্ষীসিংহ— আজিলৈকে কিমান জন ডা-ডাঙৰীয়াৰ মৈদাম খানিছ ?

কাতিৰাম— নাই খনা সৰ্গদেউ ঈশ্বৰ । মাথোন এবাৰহে খানিছিলো । ডা- ডাঙৰীয়া সকলৰ মৈদামৰ তলিত ধন বিতৰ উদ্ধাহিদ পাৰলৈ টান ।

লক্ষীসিংহ— ৰাতি মৈদাম খানোতে মৈদামত দেও ভূতে তইঁতক নেপায়নে ?



কাতিৰাম— নেপায় সৰ্গদেউ ঈশ্বৰ । সৰিয়হ জাৰি যোগিনী মন্ত্ৰৰে চাৰিওফালে চভিয়াই লওঁ । জাল কাপোৰেৰেও মেৰ দি লওঁ ।

লক্ষীসিংহ— তই মঙ্গলা চাব পাৰ নহয় ?

কাতিৰাম— এফেৰিমান পাৰোঁ সৰ্গদেউ ঈশ্বৰ ।

লক্ষীসিংহ— আজি তোক আৰু তইঁতৰ দলক ক. দণ্ডিম মঙলা চাই কব পাৰিবিনে ?
[কাতিৰাম নিমাত] নেমাত কিয় ?

কাতিৰাম— [ কওঁ নকওঁকৈ ] মঙলা চাই মই তেতে দূৰ কব নোৱাৰো সৰ্গদেউ ঈশ্বৰ । মাথোন —

লক্ষীসিংহ— মাথোন কোন মৈদামত ধন বিত আছে তাকেহে কব পাৰ । নহয় জানো ?

কাতিৰাম— হয় সৰ্গদেউ ঈশ্বৰ ।

লক্ষীসিংহ— মোৰ ভোগজৰাত আঁক দিবলৈ মন্ত্ৰ-সিদ্ধ চূণ তয়েই দিছিলি নহয় ? (কাতিৰাম নিমাত) যি সোধো লগে লগে উত্তৰ দি যাবি ।

কাতিৰাম —দিছিলো সৰ্গদেউ ঈশ্বৰ ।

লক্ষীসিংহ— আঁক দিলে কি হয় ?

কাতিৰাম— যাৰ ভোগজৰাত আঁক দিয়া হয়, তেখেত—

লক্ষীসিংহ— ৰলি কিয় ?

কাতিৰাম— অপঘাটতত ঢুকায় ।

লক্ষীসিংহ— অ' অপঘাটত ঢুকায় । হাঃ হাঃ হাঃ ……

[ তিপমীয়াৰ ফালে উগ্ৰ মুৰ্ত্তিৰে চাই । ] সেয়েহে ঘৰে বাহিৰে গোপনে আয়োজন চ'লছিল মোক বিহ খুৱাই অপঘাটতত মাৰিবলৈ ...নোৱাৰিলে ভাওনাত কঁড়িয়াই মাৰিবলৈ । ( কাতিৰামৰ ফালে চাই ) মোক বধিবলৈ যিপাত বিহ কাঁড় তিপমীয়াৰ টোলৰ খেৰৰ মেজিৰ মাজত ৰখা হৈছিল, সেই পাত কাঁড় বিহ সানি কোনে ৰাখিছিল ? ( কাতিৰাম নিমাত ) মই কি কৈছো শুনিছনে নাই ?

কাতিৰাম— মই চাচি থৈছিলোঁ সৰ্গদেউ ঈশ্বৰ ।

লক্ষীসিংহ— কলিতা, সেই কাঁড় পাত ?

( কলিতাই শুকান কলা-মধুনাৰ মাজত বান্ধি থোৱাৰ পৰা কাড় এপাত উলিয়াই লক্ষীসিংহক দিয়ে )

এই পাতেই সেই কাঁড় হয়নে নহনে ?

কাতিৰাম— হয় সৰ্গদেউ ঈশ্বৰ ।

( লক্ষীসিংহই কাঁড় পাত কলিতাফুকনক ঘুৰাই দিয়ে । )

লক্ষীসিংহ— পৰলৈ বুলি হুল চাচিলে সময়ত নিজেই ফুটি মৰিব লাগে । ( কলিতালৈ চাই ) হাতৰ টোকোন মাটিত খুন্দিয়াই মোৱামৰীয়াই গাই ফুৰা সেই কথা ফাঁকি মনত আছেনে কলিতা ?

কলিতা—আছে সৰ্গদেউ । তাৰ দাই তাক কাটে, তাৰ



হিলৈয়ে তাকে মাৰে, চতুতুৰ্জে ৰাখে ।

লক্ষীসিংহ—হাঃ হাঃ হাঃ বৰ ধুনীয়া কথা ফাঁকি । যিপাত কাঁড় মোলৈ বুলি তিপমীয়াই আগ কৰি থৈছিল, সি যেতিয়া মোৰ বুকুত নোসোমাল, সি সোমোৱা উচিত হব তিপমী-য়াৰ বুকুতেই । আৰু সেই কাম সমাধা কৰিব লাগিব অতদিনে অথবা কৰি পাৰ্গত হৈ থকা বেতবৰীয়াযেই । বেতবৰীয়া । [ বেতবৰীয়াই অলপ আগলৈ আহি আঠু লয় ] পাৰিবি ? [ বেতবৰীয়াই দুবাৰমান সৰুকৈ কাহি নাক খজুৱায় ] নকৰ কিয় ?

বেতবৰীয়া—পাৰিম সৰ্গদেউ ঈশ্বৰ ।

লক্ষীসিংহ— কলিতা ফুকন ! বেতবৰীয়াক এখন ধনু আৰু সেই কাঁড় পাত দিয়ক ।

( এটা কাঁড়িৰ পৰা এখন ধনু লৈ কলিতা বেত-বৰীয়াৰ কাষলৈ আহে । বেতবৰীয়াই কলিতাৰ পৰা ধনু আৰু কাঁড় লয় )

লক্ষীসিংহ—( চাউদাঙবৰুৱাৰ ফালে চাই । ) চাউদাঙবৰুৱা । তিপমীয়াক সোঁৱা গছজোপাত বন্ধা হওক আৰু সেই কাম সমাধা কৰক তিপমীয়াৰ সোঁহাত কাতিৰামে । কাতিৰাম !

কাতিৰাম— পাৰিম সৰ্গদেউ ঈশ্বৰ !

তিপমীয়া— খুৰাদেউ ?

লক্ষীসিংহ— মনে মনে থাক । সেই সম্বোধন তোৰ মুখত আৰু শুৱলা মুশুনি ।

তিপমীয়া— মৰণলৈ ভয় কৰি মই আপোনাক মতা নাই।

লক্ষীসিংহ— তেন্তে ?

তিপমীয়া— সৰ্গদেউ প্ৰমত্তসিংহৰ পুতেক মই । মোৰ আপোনাৰ ওচৰত মাত্ৰ এই ফেৰাই মিনতি মোক যেন সাধাৰণ পাইকৰ দৰে মৰা নহয় । [ আগবৈ আহি ] এয়া মই বুকু পাতি ঠিয় দিছো । বেতবৰীয়াক আদেশ কৰক, মোৰ পাপৰ প্ৰায়শ্চিত্ত হওক ।

লক্ষীসিংহ— পাপৰ প্ৰায়শ্চিত্ত ! হাঃ হাঃ হাঃ মৰণক সমুখত দেখি অনুসূচনা । কলিতা !

কলিতা— সৰ্গদেউ ।

লক্ষীসিংহ— তিপমীয়াৰ অন্তৰলৈ যদি সঁচাই অনুসূচনা আহিছে তেন্তে তাক ইমান সোনকালে মৃত্যু দণ্ড দিলে সি হব তাৰ মুক্তি । অনুসূচনাৰ অনলত গোটেই জীৱন জলিবলৈ আৰু সি সুযোগ নাপাব । গতিকে তিপমীয়াক পোতাশাললৈ লৈ যোৱা হওক । কিছু দিন পোতাশালৰ সুখ উপভোগ কৰাৰ পাচত যাতে ভৱিষ্যতে আৰু ৰাজপাটলৈ হাত মেলিব নোৱাৰে তাৰ ব্যৱস্থা কৰা হব ।

তিপমীয়া— খুৰাদেউ !



লক্ষীসিংহ— লৈ যোৱা চাউদাঙবৰুৱা ।

[ চাঙদাঙবৰুৱাই ইঙ্গিত দিয়ে। কেইটামান কাড়ী পাইকে তিপমীয়াক বেৰি লৈ যায় ]

আৰু তিপমীয়াৰ সোহাত স্বৰূপ কাতিৰাম আৰু বেতবৰীয়াক হাতীশালত নি লোৱা লগাই থোৱা হওক । কাইলৈ বৰ চ'ৰাত ডাঙৰীয়া সকলৰ আগত বিচাৰ কৰি বিহিত ব্যৱস্থা কৰিব লাগিব ।

চাউদাঙবৰুৱাৰ ইঙ্গিতত কেইটামান কাড়িয়ে কাতিৰাম আৰু বেতবৰীয়াক লৈ যায় ]

কলিতা— তিপমীয়াৰ যোত্ৰৰ এই মানুহ বিলাকক—

লক্ষীসিংহ— ইয়াতেই একেৰাহী তেল তপত কৰা হওক । আজি এতিয়াৰ পৰা কাইলৈ এতেপৰেলৈকে ইহঁতে একেৰাহে ঢোল-তাল বজাই থাকিব লাগিব । আয়তীয়ে নাম গাব লাগিব । ৰূপহীৰ নাচোন এধানমান থমকিলেই মুৰত উতলা তেলৰ তেলপানী দিব লাগিব।

চাঃ বৰুৱা— ভাল সৰ্গদেউ ঈশ্বৰ ।

লক্ষীসিংহ— [ অকস্মাৎ গৰজি ] কি চাই আছ তহঁতে ? নাচ গা বজা ।

[ঢুলীয় খুলীয়াই ঢোল-তাল বজাবলৈ আৰু আয়তীসকলে নাম গাবলৈ ধৰে । )

লক্ষীসিংহ— [ ৰূপহীৰ ফালে চাই চিঞৰি ] ৰূপহী !

[ ৰূপহীয়ে দেউধনি নাচ নাচিবলৈ ধৰে ।) কাইলৈ

এতেপৰলৈকে নাচ-নাম বাজানা একেৰাহে চলি থাকিব লাগিব। হাঃ হাঃ হাঃ .......

( লাহে লাহে আঁৰ কাপোৰ নামি আহে। )

---

## তৃতীয় অঙ্ক।

### ১ম দৰ্শন।

[ বন্দিশাল। সময় মাজ ৰাতি। বন্দিশালৰ বাহিৰত থকা মাটি চাঁকি এটাৰ পৰা ক্ষীণ পোহৰ বন্দিশালৰ ভিতৰত এখন মলিয়ন চালপাৰাত শুই থকা তিপমীয়াৰ গাত পৰিছেহি। তিপমীয়াৰ চেহেৰাৰৰ আমূল পৰিবৰ্ত্তন। চাৰিওফালে নিস্তব্ধ। দূৰৈত ফেচাঁৰ "নিউ নিউ" মাত দুই তিনিবাৰ শুনা যায়। মলিয়ন ফটা চিতা কাপোৰ পিন্ধা আৰু ওৰণিৰে মুখ ঢকা ৰূপাক লৈ কলিতাফুকন নিশব্দে আৰু অতি সাৱধানে বন্দিশালৰ দুৱাৰ মুখত ঠিয় দিয়েহি। লগত দুজন ৰখীয়া। ৰন্দিশালৰ দুৱাৰ খুলি কলিতাফুকনে ৰূপাক



বন্দিশালৰ ভিতৰলৈ আগুৱাই দিয়ে আৰু দুৱাৰখন বন্ধ কৰি দিয়ে অতি সাৱধানে। কলিতাফুকন ৰখীয়া দুটাক লৈ আঁতৰি যায়গৈ। ৰূপা লাহে লাহে তিপমীয়াৰ ওচৰলৈ গৈ শুই থকা তিপমীয়াৰ মুৰত হাত দিয়ে। তিপমীয়াই সাৰ পাই ওৰণিৰে মুখ ঢকা ৰূপাক দেখি চকখাই একেজাপেই উঠি আঁতৰ হৈ চিঞঁৰি উঠে। ]

তিপমীয়া—কোন··· কোন···· ? [ বন্ধ দুৱাৰলৈ চাই ] ইকি দুৱাৰ বন্ধ। অথচ···· কোন, কোন তুমি? তুমি ক'ৰ পৰা কেনেকৈ আহি ইয়াত সোমালাহি? ( হতাশ ভাৱে ) মই··· মই সপোন দেখা নাইতো? অনাহাৰ অনিদ্ৰাত মোৰ মুৰৰ বিকৃতি ঘটা নাইতো? কোন কোন তুমি? উত্তৰ দিয়া। ···· তেন্তে···· তেন্তে কি কি তুমি পৰ্ব্বতীয়া কুঁৱৰী··· মোক এই পোতাশালৰ পৰা উদ্ধাৰ কৰিবলৈ আহিছা? ( ৰূপাৰ ফালে আগবাঢ়ি ) আৰু মোক আন্ধাৰত নাৰাখিবা। খোলা খোলা তোমাৰ ওৰণি।

( তিপমীয়াই ৰূপাৰ ওৰণি গুচাই দিয়ে। ৰূপাই খিলখিলাই হাঁহে, তিপমীয়া চকখাই পিচুৱাই যায়। )

তুমি? তই···· তই?

ৰূপা—হাঃ হাঃ···· (হাত বাউলি দি তিপমীয়াক মাতে)
আহ ঐ আহ···· আহ আহ ।

তিপমীয়া— (দৌৰি গৈ দুৱাৰ খুলিবলৈ চেষ্টা কৰি চিঞৰি)
কোন আছ ? কোন আছ ?

ৰূপা—হাঃ হাঃ হাঃ ··· ··· ।

তিপমীয়া— তই ! তই !

ৰূপা—এৱা মই··· মই । মোক চিনি পোৱা নাই কোঁৱৰ। মই তোৰ সেই ৰূপা ··· তাহানিৰ সেই ৰূপেশ্বৰী । হাঃ হাঃ হাঃ তই মোক পানীত পেলাই মাৰিলি, মই মৰি প্ৰেতিনী হলোঁ ·· ডাইনী হলো···· ···· যখিনী হলো··· হাঃ হাঃ হাঃ··· ····

তিপমীয়া— উস ঈশ্বৰ··· ঈশ্বৰ । মোক মুক্তি দিয়া···· মৃত্যু দিয়া । যদি নোৱাৰা দয়া কৰি মোক অন্ধ কৰি দিয়া··· উন্মাদ কৰি দিয়া । নিজে গঢ়া পাপৰ প্ৰতিমূৰ্ত্তি যে মই চাব নোৱাৰো ।

ৰূপা— মুক্তি । হাঃ হাঃ হাঃ মুক্তি । মৃত্যু ? ইমান সোনকালে শতোৰ নিচিনা নৰ পিশাচে সেই বহুমূলীয়া বস্তু নাপাব ।

তিপমীয়া— ৰূপা । ৰূপা !!

ৰূপা— হব হব । এটা তোৰ প্ৰৰ্থনা পূৰ্ণ হব । উন্মাদ তই হবি । মোৰদৰে তয়ো হাবিয়ে বননিয়ে বিনাই ফুৰিবি—আহ-ঐ আহ—আহ আহ ।



তিপমীয়া— ৰূপা । ৰূপা মোক ক্ষমা কৰা····দয়া কৰা ৰূপা ।

ৰূপা— হাঃ হাঃ দয়া ? ক্ষমা ? পাৰিছ ? খুজিব পাৰিছ নিলাজ ? কৰিম, তোক মই ক্ষমা কৰিম । তাৰ আগতে ওভটাই দে, ফিৰাই দে ।

তিপমীয়া— কি ? কি ৰূপা ?

ৰূপা— মোৰ যৌৱন, মোৰ সতীত্ব, মোৰ সৰ্ব্বস্ব । আজি ৰূপাৰ কুৰূপ ৰূপ দেখি আতঙ্কত শিয়ৰি উঠিছ । কিন্তু কি নাছিল ৰূপাৰ । আজিৰ এই কুৎচিৎ কুৰূপ দেহাৰ মঙহবিলাকলৈকে সেইদিনা অধম পশুৰ দৰে লালসাৰ কামনাৰ লোলোপ দৃষ্টিৰে চাই কোৱা নাছিলিনে—ৰূপা, তোমাৰ দেহাৰ বৰণ কেনে উজ্বল । তোমাৰ চুলি তাৰি কেনে অপৰূপ । তোমাৰ শৰীৰৰ গঠন কেনে মনোৰম ।

তিপমীয়া— ৰূপা ! ৰূপা !!

ৰূপা— দ'লৰ গোসাইৰ আগত আথে বেথে সজাই দিয়া নৈবদ্যৰ দৰে মোৰ জীৱনৰ প্ৰথম ভৰা যৌৱনৰ নৈবদ্য কায়মনোবাক্যে উছৰ্গা কৰিছিলো তোৰ সেই চৰণ তলত । কিন্তু প্ৰতিদানত পালো কি ? পালো প্ৰৱঞ্চনা, অপৰিসীম প্ৰতাৰণা । মোৰ অতৃপ্ত প্ৰেতাত্মাই আজি তৃপ্তি বিচাৰিছে ··· বিচাৰিছে তিপমীয়াৰ প্ৰেতাত্মাৰ প্ৰেম ।

(কঁকালৰ প'ৰা কটাৰি এখন উলিয়াই তিপমীয়াৰ ফালে লাহে

লাহে আগুৱাই ) আহ তিপমীয়াক বধি তাৰ প্ৰেতাত্মাৰ লগত প্ৰেতিনী ৰূপাই লগ হৈ বিচাৰি ফুৰিব সিহঁতৰ হেৰুৱা সন্তানক, ইনাই বিনাই চিঞঁৰি ফুৰিব দিখৌৰ পাৰে পাৰে, ৰংপুৰৰ বাটে পথে, হাবিয়ে বননিয়ে—আহ ঐ আহ ... ( কটাৰি দাঙি তিপমীয়াৰ ওচৰ চাপি যায়, তিপমীয়াই ভয়ত বিহ্বল হৈ বন্দী শালৰ বেৰৰ দুৱাৰৰ লোহা পাতত জোৰেৰে টানি চিঞৰে । )

তিপমীয়া— কোন আছ ? কোন আছ দুৱাৰ খোল। দুৱাৰ খোল ।

( তিপমীয়াৰ সবল টানত দুৱাৰৰ লোহাৰ পাত এডাল বেকা হৈ ওলাই আহে । তিপমীয়াই তাৰ ফালে কটাৰি লৈ আহি থকা ৰূপাৰ মুৰত লোহাৰ পাত ডালেৰে কোব মাৰি দিয়ে। ৰূপা পৰি যায় । মুৰৰ পৰা তেজ ওলাই ৰাঙলী হৈ যায়। তিপমীয়াই একেথৰে ৰূপাৰ ফালে চাই থাকে । এটি ভয়াবহ যন্ত্ৰ সঙ্গীত বাজি উঠে । হঠাৎ বন্দীশালৰ বেৰৰ ফালে চাই চিঞৰি উঠে । )

তিপমীয়া— কোন ? কোন তাত ? কাৰ মুখ সৌৱা বেৰত অন্ধকাৰৰ মাজেদি ফুটি উঠিছে । কোন কোন তুমি ? ইকি ৰূপা ... সৌৱা তাই মোক হাত বাউলি দি মাতিছে । কোন আছ কোন আহঁ .... পোহৰ... পোহৰ.... অন্ধকাৰত উশাহ মোৰ বন্ধ



হৈ আহিছে । চাঁকি মাত্ৰ এটা চাঁকি । ( আন ফালে চাই চকখাই উঠি ) ইকি ? .... সৌৱা, সৌৱা .... তাতো ফুটি উঠিছে ৰূপাৰ বিকৃত মুখ ( চাৰিওফালে চাই ) সৌৱা.... সৌৱা চাৰিওফালে মাথোন ৰূপা... ৰূপা.... অলেখ ৰূপাৰ প্ৰেতমূৰ্ত্তি। ( বন্ধ দুৱাৰত মুৰ খুন্দিয়াই ) মুক্তি... মুক্তি... ( হঠাৎ ৰূপাৰ হাতৰ পৰা সৰি পৰা কটাৰিখন দেখা পায় । কটাৰিখন মাটিৰ পৰা তুলি লয় । ) মুক্তি... মুক্তি । এই নৰক যন্ত্ৰনাৰ পৰা মুক্তিৰ একমাত্ৰ পথ ।

( তিপমীয়াই আত্মহত্যা কৰিবলৈ কটাৰিখন দাঙে, এনেতে কলিতাফুকন বন্দীশালৰ ভিতৰলৈ সোমাই আহে । )

কলিতা— মুক্তিৰ পথ ইমান সুগম নহয় তিপমীয়া কোঁৱৰ। যি পথেৰে তুমি বাট বুলিছা, যি বাটত বোৱাইছা তুমি নাৰীৰ তেজ, যত টোপা টোপে পৰি আছে তিৰোতাৰ তপত চকুলো, যি বাটৰ বতাহত ভাহি উঠে শিশুৰ কৰুণ বিননি, সেই পাপেৰে পৰিপূৰ্ণ পথৰ পৰা মুক্তিৰ সন্ধান ইমান সতকাই নেপায় তিপমীয়া কোঁৱৰ ।

তিপমীয়া— কলিতা, কলিতা ।

কলিতা— ( ৰূপাৰ মৃত দেহাৰ ফালে চাই ) যাক বিচাৰি বাউলী হৈ অত দিনে অন্ধকাৰৰ বুকুত হাবাথুৰি

খাই ফুৰিছিল, হাবিয়ে বননিয়ে, পাহাৰে ভৈয়ামে, মৈদামে মৰিশালিয়ে যাক হাত বাউলি দি মাতি ফুৰিছিল, মৰণৰ মাজেদি আজি তই তাক পাবি। যদি কাহানিবা কেতিয়াবা এই কুৰূপ পৃথিবীলৈ তুনাই উভতি আহ তেন্তে ৰূপ লৈ দুখীয়াৰ ঘৰলৈ নাহিবি ভণীটি।

তিপমীয়া— কলিতা, কলিতা, মোক—

কলিতা— এৰা তোমাক। তোমাক বধ কৰিবলৈ। তোমাৰ বুকুৰ তেজেৰে ৰূপাৰ অতৃপ্ত আত্মাই তৃপ্তি পাব ভাবি মঞেই তাইক বাট দেখুৱাই দিছিলো এই পোতাশাললৈ। যি আঘাত তুমি তাইৰ বুকুত হানিছা তাৰ প্ৰতিঘাত তোমাৰ বুকুত পৰিবলৈ।

তিপমীয়া— সেয়ে হওক, সেয়ে হওক কলিতাফুকন। আপোনাৰ কামনা পূৰ্ণ হওক। ৰূপাৰ আত্মাই তৃপ্তি পাওক।

( তিপমীয়াই আত্মহত্যা কৰিবলৈ কটাৰি দাঙে, কলিতাই তিপমীয়াৰ হাতৰ পৰা কটাৰি কাঢ়ি আনি আতৰলৈ পেলায় দিয়ে। )

কলিতা— তৃপ্তি! যি ঠাইত তৃপ্তি অতৃপ্তিৰ মূল্য নাই, কামনা লালসাৰ স্থান নাই, ধনী দৰিদ্ৰৰ বিভেদ নাই, জাতি বিজাতিৰ প্ৰশ্ন নাই, ৰূপা এতিয়া তাত, কামনা বাসনাৰ বহু ওপৰত, তৃপ্তি অতৃপ্তিৰবহু আঁতৰত।



তিপমীয়া— কলিতা, কলিতা!

কলিতা— এইবাৰ শুব, এইবাৰ তাই শুইছে। তাইক নজগাবা। তোমাৰ কলুষ কামনাৰে কলুষিত দেহাৰ কেঁচা তেজ দি নজগাবা, তাইক নুতুলিবা। বেচেৰী ভণীটি মোৰ, এধানি অন্তৰত অফুৰন্ত দুখৰ বোজা লৈ গোটেই জীৱন হাবিয়ে বননিয়ে বিনাই ফুৰিলে। বনৰ চৰাইয়েও তাইৰ দুখত কান্দিলে, বনৰ পশুয়েও বেজাৰেৰে বাট এৰি দিলে। কিন্তু মানুহে? মানুহৰ সমাজে? কৰিলে ইতিকিং। কৰিলে বিদ্ৰূপ, দিলে গৰিহনা। কিন্তু বিচাৰ নকৰিলে কাৰ দোষ, কাৰ চক্ৰান্তত, কাৰ প্ৰৱঞ্চনাত, কাৰ—

[ ভিতৰৰ পৰা কৈ কৈ লক্ষীসিংহ সোমাই আহে। পিচে পিচে চাউদাঙ বৰুৱা, দুজনমান কাঁড়ী পাইক আহে। ]

লক্ষীসিংহ— তিপমীয়া, তিপমীয়াৰ চক্ৰান্তত, তিপমীয়াৰ প্ৰবঞ্চনাত, তিপমীয়াৰ মৌসনা কথাত [হঠাৎ ৰূপাক মৃত অৱস্থাত পৰি থকা দেখি চক্ খাই ] কোন কোন এই নাৰী তেজেৰে ৰাঙলি হৈ পৰি আছে?

কলিতা— মোৰ ভণী ৰূপা।

লক্ষীসিংহ— ৰূপা, ৰূপা? সিদিনা আপুনি যাৰ কাহিনী মোক কৈছিল, এয়ে সেই ৰূপা?

কলিতা— হয়, সৰ্গদেউ, এয়ে সেই অভাগিনী ৰূপা। যাৰ কাহিনী শুনি তিপমীয়াক যি কোনো দণ্ড বিহাৰ

অধিকাৰ আপুনি মোক দিছিল। সেই অধিকাৰ পাই বুকুত মোৰ উমি উমি জ্বলি থকা প্ৰতিশোধৰ জুই দপ দপকৈ জ্বলি উঠিল । ৰূপাৰ হাতেৰেই তিপমীয়াৰ পাপৰ প্ৰায়চিত্ত কৰিবলৈ বিচাৰিলোঁ। হাতত কটাৰি দি ৰূপাক কলো – ভণীটি, প্ৰতিশোধ, প্ৰতিশোধ ল। তাই চিঞৰি কান্দি কান্দি কলে— মই নোৱাৰো, মই নোৱাৰো ককাইটি, মই নোৱাৰো । বহুত বুজালো বহু কথাই কলো, কাকুতি মিনতি কৰি চালো, কিন্তু শেহত যেতিয়া উপায়হীন হৈ তিপমীয়াৰ সংস্পৰ্শত, পৰ্ব্বতীয়া আই কুঁৱৰীদেৱৰ পৰিণামৰ কথা কলো, ৰূপাৰ চকুলোৰে ভৰা চকুত দপ দপকৈ জ্বলি উঠিল প্ৰতিহিংসাৰ জুই । হাতত কটাৰি তুলি লৈ মাথোন কলে, ককাইটি মই পাৰিম । লৈ আহিলো এই পোতাশাললৈ, কিন্তু ঈশ্বৰৰ ইচ্ছা অন্যৰূপ · তিপমীয়াৰ হাততেই মৃত্যু ঘটিল ৰূপাৰ । মৰণে এইবাৰ নেওচা নিদি তাইক সাবতি ললে । মৰণৰ মাজেদিয়ে অভাগিনী ৰূপাই পালে প্ৰকৃত মুক্তি ।

লক্ষীসিংহ—আৰু তিপমীয়াই পালে তাৰ পাপৰ পুজিঁত আৰু এটি অৰিহনা ।

[লক্ষীসিংহই নিজৰ গাৰ চেলেং খনেৰেই মৃত ৰূপাক ঢাকি দিয়ে । ]

লক্ষীসিংহ— তিপমীয়া কোঁৱৰ ! [ তিপমীয়াই তলমুৰ কৰে ]



মুখলৈ চোৱাৰ সাহস কৰো আজি তই হেকুৱাই পেলাইছ । কিন্তু এদিন আছিলি – , যাওক, যাওক সেইবোৰ কথা । তিপমীয়া, পৰ্ব্বতীয়া কুঁৱৰীৰ কথা মনত আছেনে ? যি এদিন চেনেহৰ চেনাইটিলৈ পঠাইছিল প্ৰীতি-উপহাৰ ফুলাম গামোচা আৰু কত কি ।

তিপমীয়া— সেইবোৰ কথা আজি মোক সোধাৰ কোনো প্ৰয়োজন নাই খুৰাদেউ ।

লক্ষীসিংহ— আছে, আছে, প্ৰয়োজন আছে । পৰ্ব্বতীয়া কুঁৱৰীৰ লগত তিপমীয়াৰ আকৌ এবাৰ নতুনকৈ শুভ-দৃষ্টি হোৱাৰ প্ৰয়োজন আছে । আৰু সি হব এতিয়াই ইয়াতেই [ ভিতৰৰ ফালে চাই ] লংকলী ! লংকলী !! ( লংকলীৰ প্ৰবেশ ) কুঁৱৰীক লৈ আহ ।

[ লংকলী ভিতৰলৈ যায় । )

তিপমীয়া— নহয়, নহয়, ইয়ালৈ কিয় ? মই তেওঁক চাব নোখোজো ।

লক্ষীসিংহ— হাঃ হাঃ হাঃ—

[ ভিতৰৰ পৰা কৈ কৈ পৰ্ব্বতীয়া কুঁৱৰী সোমাই আহে । বসন্ত ওলাই মুখত দাগ পৰি মুখখন কুৎচ হৈ পৰে । চকু অন্ধ হয় । কুঁৱৰীক সহিতা আৰু লংকলীয়ে ধৰি ধৰি লৈ আহে । ]

প-কুঁৱৰী— মোক কলৈ লৈ গৈছ লংকলী । চাৰিওফালে

এটা গপগপিয়া ভাপ, কিবা এটা বিকট গন্ধত
মোৰ যেন উশাহ বন্ধ হৈ আহিছে ।

তিপমীয়া— [ পৰ্বতীয়া কুঁৱৰীক দেখি চকখাই ] কোন…
কোন… কোন এওঁ ?

প-কুঁৱৰী— [ চক খাই ] কোনে কথা কয় · লংকলী ?
কাৰ মাত ? এই মাত যেন পৰিচিত…. চিনি
পাওঁ । … কথা নকৱ কিয় লংকলী । কলৈ
মোক আনিছ ? কাৰ মাত মই শুনিছোঁ ?

লংকলী— তিপমীয়া কোঁৱৰৰ, আইকুঁৱৰী দেউতা ।

প-কুঁৱৰী— তিপমীয়া…. তিপমীয়া ? অ’ সেয়েহে, সেয়েহে
এটা বিকট গন্ধ মই পাইছো । মোক লৈ
ব’ল… লৈ বল লংকলী । ইয়াৰ পৰা মোক
লৈ ব’ল । বঙহৰদেউ ক’ত ? তেখেত কেনি গ’ল ?

লক্ষীসিংহ— মই ইয়াতেই আছো সৰু কুৱৰী ।

প-কুৱৰী— কিয় ? কিয় বঙহৰদেউ ? অ’ বুজিছোঁ । আপুনি
সৰ্গদেউ, দেশৰ ৰজা, মোৰ বিচাৰ কৰিছে ।
বিচাৰত মোক এই পোতাশালত বন্দী কৰি
থোৱাৰ আদেশ দিছে ।

লক্ষীসিংহ— তোমাৰ বিচাৰ শেষ হৈ গৈছে সৰু কুৱৰী ।
ঈশ্বৰে তোমাৰ বিচাৰ কৰিলে । বিচাৰত অতি
কঠিন দণ্ডও তোমাক দিলে ।

প-কুৱৰী— এৰা দণ্ড মোক দিলে । নিজৰ জাতিৰ মুৰ



খাম বুলি আপোনাৰ আগত আসৈ মাতিছিলো ।
তিন দিনৰ পিচতেই তাইৰ মুৰ মই খালো ।

লক্ষীসিংহ— ষাওক, সেই বিলাক কথা যাবলৈ দিয়া
সৰু কুৱৰী ।

প-কুঁৱৰী— নহয় নহয়, যেতিয়া এই পোতাশাললৈ মোক
আনিছে, তিপমীয়াৰ আগত মোৰ কুৰূপ ৰূপৰ
মুখশ্ৰী দাঙি ধৰিছে, তেতিয়া তিপমীয়াই শুনক
মোৰ সেই পাপৰ পৰিণামৰ কাহিনী … এৰা
জীটিৰ মুৰ মই খালো । ঈশ্বৰক সাক্ষী ৰাখি
আপোনাৰ চকুৰ আঁৰ হম, হতশ্ৰী হম বুলি
মই শপত খাইছিলোঁ । চকুৰ আঁৰ মই হোৱা
নাই কিন্তু বৰ আই ওলাই কুৰূপ ৰূপ লৈ
মই চকু দুটা হেৰুৱালো ।

লক্ষীসিংহ— সৰু কুৱৰী ।

প-কুঁৱৰী— বঙহৰদেউ ।

লক্ষীসিংহ— তিপমীয়াৰ লালসাৰ জুইত চগাৰ দৰে জাপ
দি পৰিণ দুটি নাৰী—তুমি আৰু ৰূপা । ৰূপাই
বিচাৰিছিল তিপমীয়াৰ প্ৰাণ লৈ তাইৰ প্ৰতিহিংসা
পৰিপূৰ্ণ কৰিবলৈ, কিন্তু নোৱাৰিলে । তাইৰ
সেই শেষ বাসনা তুমি পূৰ্ণ কৰা সৰুকুৱৰী ।

প-কুঁৱৰী— মই ?

লক্ষীসিংহ— এৰা তুমি । তিপমীয়াক যি কোনো দণ্ড

বিহাৰ অধিকাৰ তোমাক দিছোঁ ।

প-কুঁৱৰী— দণ্ড ? নাই নাই, কাৰো প্ৰতি কোনো অভিযোগ আজি মোৰ নাই । নিজৰ ভূলৰ পৰিণাম আজি ভোগ কৰিছো । অজ্ঞান কেঁচুৱাৰ দৰে খেলাৰ চলত অতি বহুমূলীয়া বস্তু মই ভাঙি পেলাইছোঁ । যি হেৰুৱাইছো তাৰ অতুল মৰ্য্যাদা আজি মই বুজিছো । সেই ঘৃণনীয় স্মৃতিয়ে মোক পুৰি মাৰিছে। মই পতিতা, কলুষিতা ...... নাই নাই, মোৰ কাৰো ওপৰত কোনো অভিযোগ নাই । কাৰো দণ্ডবিধান কৰিবৰ অধিকাৰ নাই ।

লক্ষীসিংহ— সেয়ে হওক । ময়েই তিপমীয়াৰ উচিত দণ্ড বিধান কৰিম । লংকলী, কুঁৱৰীক লৈ যা ।

প-কুঁৱৰী— নহয় নহয়, মোৰ অধিকাৰ নাথাকিলেও, অভিলাষ আছে ।

লক্ষীসিংহ— কি তোমাৰ অভিলাষ ?

প-কুঁৱৰী— সি মোৰ মাত্ৰ অভিলাষেই নহয়, তিপমীয়াৰ প্ৰতি পোষণ কৰা মোৰ প্ৰতিহিংসা ।

লক্ষীসিংহ— কোৱা, কোৱা সৰুকুঁৱৰী ।

প-কুঁৱৰী— যাৰ সংস্পৰ্শলৈ অহাত পৃথিবীৰ সৌন্দৰ্য্য মোৰ চকুৰ আঁৰ হল, নামি আহিল অনন্ত আন্ধাৰ, মোৰ কামনা মোৰ অভিলাষ তিপমীয়াৰ চকুলৈকো নামি আহক সেই অনন্ত আন্ধাৰ । লোপ পাওক



সকলো সৌন্দৰ্য্য ।

লক্ষীসিংহ— সেয়ে হওক । সেয়ে হওক সৰুকুঁৱৰী । তিপমীয়াৰ চকুৰ পৰাও সকলো সৌন্দৰ্য্য লোপ পাওক । এতিয়াই, ইয়াতেই কলিতাফুকন, তুৰন্তে তাৰ ব্যৱস্থা কৰক ।

কলিতা— ভাল সৰ্গদেউ। [ প্ৰস্থান । ]

লক্ষীসিংহ— যি চকুৰে সিংহাসনলৈ শেনচকুৰে চাইছিলি, যি চকুৰ আগত ভাহি উঠিছিল মোৰ মৃত্যু কাতৰ মুখ, যি চকুৰে পৰৰ জীয়াৰী বোৱাৰীলৈ কলুষ কামনাৰে দৃষ্টিপাত কৰিছিলি, তোৰ সেই কলুষিত চকুলৈ নামি আহক চিৰ আন্ধাৰ ।

তিপমীয়া— খুড়াদেউ ।

লক্ষীসিংহ— কলিতা ।

[ কলিতাফুকন সোমাই আহে । লগত দুজন চাউডাঙ । সিহঁতৰ হাতত এৰোডাল শলা । ]

কলিতা— সৰ্গদেউ ।

লক্ষীসিংহ— দিয়া দিয়া । পৃথিবীৰ পোহৰ তিপমীয়াৰ চকুৰ আগৰ পৰা আতৰি যাওক । নামি আহক অনন্ত আন্ধাৰ । হাঃ হাঃ হাঃ —

[ মঞ্চ আন্ধাৰ হয় । শলা দুডাল ৰঙা হৈ জিলিকি উঠে । চাউডাঙ দুজনে ৰঙা শলা দুডাল লৈ তিপমীয়াৰ ফালে আগুৱাই যায় । ]

তিপমীয়া— খুড়াদেউ ।

লক্ষীসিংহ— হাঃ হাঃ হাঃ —

তিপমীয়া— খুড়াদেউ ....... অহ .......

লক্ষীসিংহ— হাঃ হাঃ হাঃ —

[ লাহে লাহে ওঁৰকাপোৰ নামি আহে । ]




nandatalukdar